# চক্ৰধ্বজ সিংহ

লক্ষ্মীনাথ বেজবৰুৱা

প্ৰণীত

নতুন তাঙৰণ

১৯৫০

প্ৰকাশক :—
সাহিত্য প্ৰকাশ
ট্ৰিবিউন বিল্ডিং
পোঃ আঃ ট্ৰিবিউন



ট্ৰিবিউন প্ৰেছ, গুৱাহাটী।

# অৰ্পণ।

—:*:—

শ্ৰীযুক্ত হেমচন্দ্ৰ গোস্বামীৰ হাতত।

গোসাঁই,

তোমাৰ বস্তু তোমাকেই

দিলোঁ।

তোমাৰ
শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# প্ৰকাশকৰ নিবেদন

বেজবৰুৱা দেৱৰ পুণ্যস্মৃতি-উদ্দেশ্যে ইয়াত তেখেতৰ লেখা ধৰণে বানান ৰাখিবলৈ যত্ন কৰা হৈছে ।

—×—




# পাতনি।

এই নাটৰ সম্পৰ্কে ইয়াকে কব লগীয়া যে মোৰ আদৰৰ বন্ধু শ্ৰীযুক্ত হেমচন্দ্ৰ গোসাঁঞীৰ "শৰাইঘাটৰ যুদ্ধ" (উষা নামে মাহেকীয়া কাকতত ওলোৱা) প্ৰবন্ধৰপৰা ইয়াৰ ঘাই সজুলি লোৱা হৈছে। অনেক ঠাইত সেই প্ৰবন্ধৰপৰা শাৰীয়ে শাৰীয়ে কথা এই কিতাপত ব্যৱহাৰ কৰা হৈছে। এই কাৰ্য্যত গোসাঞী দেৱে অনুমতি দি, এই কিতাপ ৰচনাত মোক সহায় কৰা বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞ আৰু ধৰুৱা। মিষ্টৰ গেইটৰ ইংৰাজী আসাম বুৰঞ্জীৰপৰাও কিছু সহায় পাইছোঁ, সেই বাবে মিষ্টৰ গেইটৰ ওচৰতো মই ধৰুৱা। মোমাই তামুলী বৰবৰুৱাৰ জীৱনৰ কথা যি ইয়াত আছে তাক মই মোৰ শ্ৰদ্ধাস্পদ বন্ধু বিজ্ঞবৰ শ্ৰীযুক্ত উপেন্দ্ৰনাথ বৰুৱা দেওৰ কিতাপৰপৰা লৈছোঁ, সেইবাবে বৰুৱা দেওৰ ওচৰত মই কৃতজ্ঞতা স্বীকাৰ কৰি ধৰুৱা হৈ ৰলোঁ। এই কিতাপ ৰচনা কৰাৰ মোৰ ঘাই উদ্দেশ্য—আসামৰ অতীত গৌৰৱ-কাহিনী নাটৰ আকাৰেৰে আজিকালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটো হে, নাট লেখি যহ আৰ্জিবলৈ যোৱাটো নহয়। কিন্তু লগতে যদি যহ উপাৰ্জ্জন হয় হওক, নহয় নাই।

আৰু একাষাৰ কথা কব লগীয়া এই আছে যে শ্ৰীযুত গোসাঞী দেৱৰ মতে ১৫৯০ শকৰ কাতি মাহত, এই যুদ্ধ শেষ

হয়। চক্রধ্বজ ৰজাৰ মৃত্যু আৰু উদয়াদিত্য ৰজাৰ ৰাজপাটত উঠাৰ আৰম্ভ হয় ১৬৭০ খৃষ্টাব্দত অর্থাৎ ১৫৯২ শকত। তেনেহলে চক্রধ্বজৰ দিনতে এই যুদ্ধ যেনেকৈ আৰম্ভ হয় তেনেকৈ শেষো হয়। গেইটৰ বুৰঞ্জীয়ে আৰু আন কোনো কোনো লেখকে উদয়াদিত্যৰ দিনতহে এই যুদ্ধ শেষ হোৱা বুলি কয়। মোৰ হাতত আন বিশেষ সজুলিৰ অভাৱত মই কোনেটো ঠিক, কোনেটো "বেঠিক" তাৰ বিচাৰলৈ নগৈ, গোসাঞী দেৱৰ মতকে অনুসৰণ কৰিলোঁ।

শেহত আৰু একাষাৰ কথা কওঁ যে, মহাকবি চেক্সপিয়েৰৰ প্রিন্স হেনৰি (Hal), ফল্‌ষ্টাফ (Falstaff) আৰু তেওঁলোকৰ লগৰীয়াসকলৰ চৰিত্রৰ চানেকীৰ কিছু দূৰ অনুসৰণ কৰি, এই নাটৰ প্রিয়ৰাম আৰু গজপুৰীয়া প্রভৃতিৰ চৰিত্র গঠন কৰা হৈছে। মহাকবিৰ পদাঙ্ক অনুসৰণ কৰি তেওঁৰ আশীর্ব্বাদৰ কণা মাত্র লাভৰ ভিক্ষু হোৱা হে লেখকৰ মনস্কামনা।

লৰেল্‌চ। হাওড়া
ভাদ ১৮৩৭ শক।

গ্রন্থকাৰ।

———



# নাটত থকা ভাৱৰীয়া ভাৱৰীয়ানী।

## ভাৱৰীয়া।

| | |
|---|---|
| চক্রধ্বজসিংহ (চাৰিঙীয়া ৰজা) | — অসামৰ ৰজা। |
| আউৰংজীব | — দিল্লীৰ সম্রাট। |
| জয়সিংহ | — অম্বৰাধিপতি। |
| বাঁহগৰীয়া বুঢ়াগোহাঁই, গুঁইমেলা বৰগোহাঁই, বৰপাত্রগোহাঁই | — ৰাজমন্ত্রীসকল। |
| বৰভঁৰালী বৰুৱা | —ৰাজভঁৰালৰ অধ্যক্ষ। |
| লাচিত বৰফুকন | — প্রথমতে দুৱলীয়া ফুকন; তাৰ পিছত প্রধান সেনাপতি আৰু ৰাজপ্রতিনিধি। |
| প্রিয়ৰাম ডেকাফুকন | —লাচিত বৰফুকনৰ পুত্র। |
| গজপুৰীয়া, সিঙ্কিৰাম, জপৰা, টকৌ, টোকোৰা, | প্রিয়ৰামৰ ধেমালিৰ লগৰীয়া ইতৰ মানুহ। |
| শদীয়াখোৱা গোহাঁই | — লাচিত বৰফুকনৰ জীয়েক চেনেহীৰ ভবিষ্যত স্বামী। |
| ভকতৰাম ওজা | — ৰজাঘৰীয়া বিয়াহ-গোৱা ওজা, গায়ন আৰু কবি। |
| বিক্রম কাকতী | — ৰজাৰ বৰকাকতী। |
| ৰামসিংহ | — আউৰংজীব বাদস্বাহৰ সেনাপতি। |
| ৰচিতখাঁ | — গুৱাহাটীৰ পুৰণি থানাদাৰ। |

ফিৰুজখাঁ — গুৱাহাটীৰ নতুন থানাদাৰ।
বাইৰামদেৱ, নচৰৎখাঁ চৰিপখাঁ, কিৰাতসিংহ বৰ্ত্তিয়া। } ৰামসিংহৰ তলতীয়া সেনাপতি।
পণ্ডিত ৰায় — — ৰামসিংহৰ কটকী।
মাধৱচৰণ, — — লাচিত বৰফুকনৰ কটকী।
উজিৰ, কোটোৱাল, সেনা, দূত ইত্যাদি।

ভাৱৰীয়ানী।

লাচিত বৰফুকনৰ ভাৰ্য্যা।
চেনেহী —লাচিত বৰফুকনৰ কন্যা,বয়স ষোল বছৰ।
ৰূপহী — " বয়স চৈধ্য বছৰ।
লিগিৰী — — বৰফুকনৰ দাসী।
গজপুৰীয়ানী — — গজপুৰীয়াৰ ঘৈণীয়েক।

———




# চক্ৰধ্বজ সিংহ

—–•—–

## প্ৰথম অঙ্ক।

### প্ৰথম দৰ্শন।

স্থান—ৰজাৰ বৰ-চৰা।

কাল—আবেলি।

চক্ৰধ্বজ সিংহ সৰ্গদেও, বাঁহগৰীয়া বুঢ়াগোহাঁই, গুঁইমেলা বৰ-গোহাঁই, বৰপাত্ৰগোহাঁই, আৰু সভাসদসকল।

চক্ৰধ্বজ সিংহ। মই সেইবোৰ বুজিছোঁ বুঢ়াগোহাঁই ডাঙৰীয়া ; কিন্তু মোক কওকচোন, চামধৰা আৰু পোভাকলঙৰ কোঠ দুটা ভালকৈ "মেৰামত" হবলৈ আৰু কিমান বাকী ?

বুঢ়াগোহাঁই। দিনে ৰাতিয়ে কাম কৰিবলৈ মানুহ লগাই দিয়া হৈছে সৰ্গদেও। আৰু আঠ-দহ দিন মানৰ মুৰত শেষ হবৰ সম্ভৱ।

চক্ৰধ্বজ। সন্তুষ্টৰ ওপৰত নাথাকিব, সন্তুৰে আমাৰ গা নুজুৰায়। আৰু খৰ্ খৰ্কৈ কাম কৰিবলৈ সৰহকৈ মানুহ লগাই দিয়ক। আজি পুৱা মই আমাৰ হিলৈদাৰীবোৰৰ আখৰা চাবলৈ গৈছিলোঁ। ভালেমানে এতিয়াও ভালকৈ হিলৈ মাৰিব জনা নাই। সিহঁতক মই নিজে দুপৰলৈকে আগত থাকি অনেক শিকাই দিলোঁ। দিনে-ৰাতিয়ে ভালকৈ অভ্যাস কৰিলে আৰু আখৰা দি থাকিলে সিহঁত সেই কামত শীঘ্ৰে নিপুণ হব ; কাৰণ মই যিকেইটা কথা শিকালো, সিহঁতে টপ্ টপ্ কৰে শিকি পেলালে। মানুহবোৰ চতুৰ ; সোনকালে সিহঁতে শিকিব পাৰিব। কাইলৈ আকৌ গৈ মই সিহঁতৰ আখৰা চাম বুলি সিহঁতক কৈ আহিছোঁ।

( দুৱৰীৰ প্ৰবেশ। )

দুৱাৰী। ( আঠু লৈ, সেৱা কৰি ) সৰ্গদেও-ঈশ্বৰ, কলীয়াবৰৰ ফুকন আৰু ৰাজখোৱাৰ ওচৰৰপৰা কটকী আহি দুৱাৰতে আছে।

চক্ৰধ্বজ। ভিতৰলৈ আহিবলৈ দে।

[ দুৱৰীৰ প্ৰস্থান।

( কটকীৰ প্ৰবেশ। )

কটকী। ( আঠুকাঢ়ি সেৱা কৰি ) সৰ্গদেও, কলীয়াবৰৰ ফুকন আৰু ৰাজখোৱাই সৰ্গদেৱলৈ সেৱা জনাই কৈছে বোলে, মছলমানৰ ৰব কথা আৰু বেয়া ব্যৱহাৰ দিনে দিনে সহিব নোৱৰা হৈ উঠিছে। এতেকে সৰ্গদেৱে যি ভাল বুজে সোনকালে এটা



কৰক। ইয়াৰ এটা প্ৰতিবিধান সোনকালে নকৰিলে আমি সকলোবোৰ মছলমানৰ উপলুঙাৰ হে পাত্ৰ হমহঁক।

চক্ৰধ্বজ। বুজিছোঁ।—( অলপ পৰ ভাবি থাকি ) বাৰু তই উভতি যা গৈ। ফুকন আৰু ৰাজখোৱাক কবি, যে ইয়াৰ প্ৰতিকাৰ নিশ্চয় সোনকালে কৰা হব।

[ কটকীৰ প্ৰস্থান।

( দুৱৰীৰ প্ৰবেশ। )

দুৱৰী। ( সেৱাকৰি, আঠু লৈ ) সৰ্গদেও-ঈশ্বৰ, মছলমান পাটচাৰ গুৱাহাটীৰ থানাদাৰ ফিৰুজথাঁই সৰ্গদেৱৰ ওচৰলৈ কটকী পঠিয়াইছে। দুৱাৰতে আছে।

চক্ৰধ্বজ। তই মছলমানৰ কটকীক ক গৈ,—তেওঁ আমাৰ দেশৰ যেনে দস্তুৰ, সেই মতে আঠু লৈ সেৱা কৰি আহিলেহে আমাৰ আগলৈ আহিব পাৰিব। নহলে, আমাৰে সৈতে সাক্ষাৎ নহয়।

দুৱৰী। যি আদেশ সৰ্গদেও।

[ দুৱৰীৰ প্ৰস্থান।

( দুৱৰীৰ পুনৰ প্ৰবেশ )

দুৱৰী। ( আঠু লৈ ) সৰ্গদেও-ঈশ্বৰ, মছলমানৰ কটকীয়ে আমাৰ দেশৰ দস্তুৰ মতে আঠু লৈ সেৱা কৰি সৰ্গদেৱৰ আগ হব নোখোজে। বোলে "মই দিল্লীৰ পাটচাৰ থানাদাৰৰ দূত, কোনো সৰু মানুহ নহওঁ যে সেই দৰে যাম। মই আমাৰ দেশৰ দস্তুৰ মতেহে চলিম, এই দেশৰ দস্তুৰ মই ভু নাপাওঁ।"

চক্ৰধ্বজ। তেন্তে তই দূতক ক-গৈ,—আমাৰ দেশৰ দস্তুৰ মতে নচলা মানুহে আমাৰ দেখা নাপায়। তেওঁ আমাৰ দেশৰ দস্তুৰ নেজানে যদি শিকি লৈ আহিব পাৰে।

[ দুৱৰীৰ প্ৰস্থান।

( দুৱৰীৰ পুনৰ প্ৰবেশ। )

দুৱৰী। ( আঠুলৈ ) সৰ্গদেও-ঈশ্বৰ, মছলমানৰ কটকীয়ে প্ৰথমতে অনেক অহঙ্কাৰ অহঙ্কাৰ কৈ কথা কৈ, শেহত দেখোন আমাৰ দেশৰ দস্তুৰ মতেই আঠু লৈ সেৱা কৰি সৰ্গদেৱৰ ওচৰলৈ আহিবলৈ মান্তি হৈছে।

চক্ৰধ্বজ। তেনেহলে আহিব পাৰে।

[ দুৱৰীৰ প্ৰস্থান।

( মছলমানৰ দূতৰ প্ৰবেশ। )

[ সাতবাৰ আঠু লৈ সেৱা কৰি কৰি, ৰজাৰ আগলৈ আহি শৰাই এখনত চিঠি এখন আগবঢ়াই ৰজাৰ ফালে দিয়ে। )

চক্ৰধ্বজ। ( চিঠিখন পঢ়ি অঁতাই ) দূত, তোমাৰ মালিক গুৱাহাটীৰ নতুন থানাদাৰ ফিৰুজখাঁ মিঞা চাহাবক কবা, যে টান টান কথা ব্যৱহাৰ কৰি আসাম দেশৰ ৰজালৈ চিঠি লেখাটো ভাল মানুহৰ চিন নহয়। তেওঁ ন-কৈ তেওঁৰ পাটচাৰ মলুকৰপৰা যদি এনে "ভদ্ৰ ব্যৱহাৰ" শিকি আহিছে, তেন্তে কবা যে সেই ব্যৱহাৰ আমাৰ দেশত নাখাটে। অৱশ্যে এইটো আমি বুজিছোঁ যে তেওঁ কিছু দিন আমাৰ দেশত থাকি পুৰণি হৈ, আমাৰ ডা



-ডাঙৰীয়া আদি ভাল মানুহেৰে সৈতে মিলিজুলি কথাবাৰ্ত্তা আদি কলে ভদ্ৰ ব্যৱহাৰ শিকিব পাৰিবৰ সম্ভৱ। দুখৰ কথা যে, তেতিয়ালৈকে অপেক্ষা নকৰি, তেওঁৰ পাটচাৰ মলুকৰ মৰুৱা বিদ্যা আমাৰ দেশত "জাহিৰ" কৰিবলৈ আহিহে তেওঁ ধৰা পৰিবৰ কথা হল। আৰু তেওঁক কবা, আসামৰ ৰজা, থানাদাৰ মিঞা ফিৰুজখাঁ চাহাবৰ বা তেওঁৰ পাটচাৰ, কৰতলীয়া নহয় যে, সেইটো তেওঁক আজিলৈকে কোনেও কৈ দিয়া নাই নে? আগৰ থানাদাৰ ৰচিতখাঁ মিঞা থকাহেঁতেন তেওঁক কৈ দিলেহেঁতেন কিজানি। আমাৰ চলা জনা সৰ্গদেও জয়ধ্বজ সিংহ ৰজাই নবাব মিৰজুম্লাৰে সৈতে কৰা সন্ধিপত্ৰত লিখি দিয়া কথাবোৰ অৱশ্যে আম অগ্ৰাহ্য কৰিব খোজা নাই; কিন্তু সেই সন্ধিপত্ৰ পাটচাৰে সৈতে প্ৰীতি সংৱৰ্দ্ধন কৰি ভবিষ্যতে দুই দেশৰ ৰজা বন্ধু ভাৱে থাকিবৰ নিমিত্তহে কৰা হৈছিল। আৰু সেই উদ্দেশ্যেৰেই হে পাটচালৈ আমাৰ আগৰ জনা ৰজাৰ কন্যা ৰমণী গাভৰুক হাতী-হস্তী-বস্ত্ৰ-অলঙ্কাৰ আদিৰে সালঙ্কৃতা কৰি পঠোৱা হৈছিল। নবাব মিৰজুমলা আৰু তেওঁৰ আগৰসকলেও কোনো কালে আমাৰ আসাম জয় কৰিব পৰা নাছিল। এনে স্থলত মিঞা ফিৰুজখাঁই এনে গঢ়েৰে আমালৈ চিঠি লেখে কি বুলি? তথাপি তেওঁক কবা, আমি কৈছোঁ যে আগৰ সন্ধিপত্ৰত লিখা কথা আমি অগ্ৰাহ্য কৰিব খোজা নাই। আগেয়ে অনেক ৰূপ, অনেক সোণ, অনেক হাতী দিয়া হৈছে, এতিয়া যি কিছু বাকী

আছে, তাকো সুবিধামতে দিবলৈ আমি যে সাজু নহওঁ এনে নহয়। সম্প্রতি দেশত ডাঙৰ আকাল হৈ যোৱা বাবে ভঁৰালত ধন কম আছে; লাহে লাহে দেশৰ অৱস্থা ভাল হলে, আৰু ভঁৰালত যথোচিত ধন সোণ গোট খালে, বাকীখিনিও পৰি নেথাকে। আৰু হাতী পঠিয়াবলৈ যে লিখিছে, এতিয়া আমাৰ যি হাতী ধৰা আছে, সেইবোৰক ভালকৈ শিকোৱা হোৱা নাই; গতিকে সেইবোৰ পঠাবৰ অযোগ্য। পঠালেই পাটচাই কব "কণা কুকুৰাক পতান ধান দি ভাবিছে" বুলি। পিছত ভালকৈ শিকাইমেল হাতী পঠিয়াবৰো কাল যোৱা নাই। আমাৰ দেশৰ অৱস্থা আগৰ থানাদাৰ ৰচিত খাঁই ভালকৈ জানিছিল, সেইদেখি তেওঁ ফিৰুজখাঁ মিঞা চাহাবৰ নিচিনা বিত্ত আৰু অবিবেচক হোৱাও নাছিল।

দূত। সৰ্গদেও, আমাৰ পাওনা টকা আৰু হাতী দিব লাগে দেখি সধা গৈছে। দিব নুখুজিলে নিদিওঁ বুলি কব লাগে। তাকে খুলি নকৈ ইমানবোৰ ঘুৰোৱা পকোৱা কথা কবৰ আৱশ্যক কি?

বুঢ়াগোহাঁই। মনে মনে থাকাঁ, মনে মনে থাকাঁ, এইখন তোমাৰ পাটচাৰ মলুক নহয় জানিবা।

দূত। আউৰংজীব বাদস্যাহৰ দূতে আসামত মনে মনে থাকি লোকৰ কথা শুনি যাবলৈ অহা নাই।

বৰপাত্ৰগোহাঁই। চুপ্! চুপ্! বৰ গপ-গপকৈ কথাবোৰ কৈছা দেখোন? তুমি কাৰ আগত এনেকৈ কথা কৈছা জানিছা নে?



দূত। জানিছোঁ; এনে দেশৰ ৰজাৰ আগত কৈছোঁ, যাৰ ৰজাই দিব লগীয়া টকাও নিদিয়ে আৰু মুখৰ "জবানও" ঠিক নেৰাখে!

বৰপাত্ৰগোহাঁই। হেৰ কোনো নাইনে ইয়াত, ইয়াক ধৰি এসেকা দিবলৈ? ইয়াৰ দেখোন বৰ গপ-গপ কথা!

বুঢ়াগোহাঁই। (বৰপাত্ৰক) হৈছে, হৈছে, আৰু একো কব নেলাগে। দূত অবধ্য, অদণ্ডনীয়। (দূতক) তুমি তো সৰ্গদেৱৰ উত্তৰ পালা; এতিয়া যোৱাঁগৈ। ইয়াৰ পিছত আমি আৰু ভাবি চিন্তি আমাৰ ফালৰপৰা সাৰশেষ তোমাৰ মালিকলৈ লেখি পঠিয়াম।

দূত। বেছ কথা। বন্দেগী জোনাব। বন্দেগী সৰ্গদেৱ!

[ দূতৰ প্ৰস্থান।

বৰগোহাঁই। সৰ্গদেও, কাৰ্য্যটো বৰ ভাল হল যেন মোৰ মনে নধৰিলে। ইয়াৰ ফল আকৌ যুদ্ধ।

চক্ৰধ্বজ। হানি কি?

বৰগোহাঁই। হানি বিস্তৰ সৰ্গদেও। মছলমানৰে সৈতে আগৰ থন যুজতে আমাৰ দেশৰ ককাল পৰিল বুলিব লাগে। "ভূতৰ ওপৰতে দানহ"—তাৰ উপৰি গত বছৰৰ বৰ আকাল! দেশত হাহাকাৰ এতিয়াও ভালকৈ গুচা নাই। এনে স্থলত আকৌ এখন ডাঙৰ যুদ্ধ মছলমানৰে সৈতে তৰি লব লাগিলে আমাৰ ফালে ভাগৰ পালি হৈছে আৰু।

বৰপাত্ৰগোহাঁই। হওঁতে হয় সৰ্গদেও, বৰগোহাঁই ডাঙৰীয়াৰ কথা একেবাৰেই দলিয়াই পেলাব নোৱাৰি; আমাৰ এনে ককাল-ভগা অৱস্থাত আকৌ ন-কৈ যুজ এখন পাতি লোৱাটো সুবিধাজনক কত হব হবলা।

বৰগোহাঁই। মোৰ মনেৰে সৰ্গদেও, এতিয়া আমাৰ যুজৰ সময় নহয়। মছলমানক চেচনি-বুজনি দি এতিয়া চেচা কৰাটো হে যুক্তিসিদ্ধ; জাল দি উতলোৱাটো ঠিক নহয়।

চক্ৰধ্বজ। বৰগোহাঁই ডাঙৰীয়া, মছলমানক চেচনি-বুজনি দি চেচা কৰা মানে, মছলমানৰ আগত গলবস্ত্ৰ হৈ আমাৰ গোটেই দেশখন তেওঁলোকক দান কৰা; আৰু তেওঁলোকক খুজি, পাৰিলে, কৰতলীয়া হৈ কোনোমতে ৰজা নামটো লৈ পেট প্ৰবৰ্ত্তাই থকা। ডাঙৰীয়াসকল, এনে কাৰ্য্য, মই হলে জীয়াই থাকোতে কৰিব নোৱাৰোঁ। চক্ৰধ্বজ সিংহৰ শৰীৰত খুনলাই-খুনলুঙৰ এটোপা তেজও থাকে মানে চক্ৰধ্বজ সিংহই মছলমান পাটচাৰ ওচৰত মূৰ নোদোৱাঁয়, এইটো ঠিক। জয়ধ্বজ সিংহ সৰ্গদেৱৰ দিনত সনা আসামৰ গাৰ কলঙ্কসোপা, হয়, চক্ৰধ্বজে গুচাব, নহয় চক্ৰধ্বজ সমূলী বিনাশ হব। ডাঙৰীয়াসকল মই ৰাজ-পাটত উঠিবৰেপৰা আজি চাৰি বছৰ মাথোন মোৰ এই একেটা চিন্তা। সেইদেখি এই কেই বছৰ সৈন্য সংগ্ৰহ, সৈন্য শিক্ষা, আৰু ঠায়ে ঠায়ে কোঠবোৰ বাতিবৃতি দৃঢ় কৰা কাৰ্য্যত মোৰ সকলো চিন্তা, সকলো চেষ্টা নিয়োজিত হৈছে। আপোনা



সকলে ভয় নেখাব, পিছলৈ নাটানিব, ঈশ্বৰে আমাৰ অভীষ্ট সিদ্ধি কৰিব; মছলমানক আমাৰ দেশৰপৰা খেদাব পাৰিম। (লাচিত দুৱলীয়া ফুকনলৈ চাই)। আমাৰ ফুকনে কি কয়?

লাচিত। সৰ্গদেৱৰ ইচ্ছা আৰু আদেশ পালনত বন্দীৰ পৰা কোনো ত্ৰুটী নহয়।

বুঢ়াগোহাঁই। সৰ্গদেৱৰ কথা সাৰুৱা। মোৰ মনেৰেও আমাৰ যুদ্ধ কৰাই শ্ৰেয়ঃ। মছলমান পাটচাই আমাৰ আসামত এবাৰ ভালকৈ খামি পুতি লব পাৰিলে আৰু আমাৰ দেশ গল। তেনেহলে বঙ্গ, বিহাৰ ওৰেষাৰ যি গতি হৈছে, আমাৰ আসামৰো সেই গতিয়েই হব। এতেকে তুপতীয়াতে বিহগছৰ পুলি উঘলাটোৱেই হে যুগুত।

চক্ৰধ্বজ। বাৰু, দেওধাই, বাইলুং আৰু গণকক মতা হওক; এই বিষয়ে সিহঁতে নো কি পায়, চাই কওকচোন।

(এজন দেওধাই, এজন বাইলুং আৰু এজন গণকৰ প্ৰবেশ)

[ তিনিউজনে সৰ্গদেৱক সেৱা কৰি আঠু লয়।

তোমালোকে চাই কোৱাঁহঁকচোন, মছলমান পাটচাৰে সৈতে আমি যি যুজ কৰিব খুজিছোঁ, তাত আমাৰ জয় হব নে নহয়।

দেওধাই, বাইলুং। সৰ্গদেও, বন্দীহঁতে ৰবচৰাৰ বাহিৰত ধৰম-পখী কাটি তাৰ ঠেঙেৰে মঙ্গল চাই আহি এতিয়া সৰ্গদেৱক সবিশেষ জনামহঁক।

[ দেওধাই, বাইলুঙৰ প্ৰস্থান।

গণক । ( পুথি পাঁজী মেলিবৰ উদ্যোগ কৰি )—
"লাফ মাৰি পাৰা ডেকা গছৰ তামোল,
পুৰণি মদাৰৰ পাণ ।
দুখনি ঠগি শৰাইত সজাই-পৰাই,
গণকক দিয়া দান ॥"

[ ৰজাৰ ইঙ্গিত মতে এজনে দুখন ঠগিত তামোল পাণ আনি গণকৰ আগত থয় । গণকে পুথি পাঁজি চাই কিছু বেলিৰ মূৰত কয় ]

সৰ্গদেও-ঈশ্বৰৰ একাদশত বৃহস্পতি । বোলে "কিং কুৰ্ব্বন্তি গ্ৰহাঃ সৰ্ব্বে যস্ত কেন্দ্ৰে বৃহস্পতি ।" সৰ্গদেও-ঈশ্বৰ যুদ্ধত জয়যুক্ত হোৱাটো কৈছে । সৰ্গদেও-ঈশ্বৰ, এতিয়া গ্ৰহবিপ্ৰক সন্তুষ্ট কৰিব লাগে । গ্ৰহবিপ্ৰক সন্তুষ্ট কৰিলে গ্ৰহসকলো সন্তুষ্ট হয় ।

চক্ৰধ্বজ । ( বৰভৰালী বৰুৱালৈ চাই ) গণক বাপুক ভালকৈ দক্ষিণা দিয়া হওক ।

বৰভৰালী বৰুৱা । যি আদেশ সৰ্গদেও !

( দেওধাই আৰু বাইলুঙৰ প্ৰবেশ । )

চক্ৰধ্বজ । তোমালোকে কি পালা ?

( বাইলুঙে গায় )—
"ওপৰ দিপৌৰে শিল-ঘৰিয়া
বৰ পথাৰৰে জহা ।
ৰাজ ভৰালৰ সোণ থৰাহিৰে,
দিয়ক বাইলুঙক বঁটা ॥"



বাইলুং । সৰ্গদেও-ঈশ্বৰৰ জয় বুলি মঙ্গলে কৈছে ।

দেওধাই । হয় সৰ্গদেও-ঈশ্বৰ, ময়ো পাইছোঁ তাকে ।

চক্ৰধ্বজ । ( বৰভৰালী বৰুৱাক ) এওঁলোককো ভালকৈ ভোজনি আৰু ৰূপবান দি এতিয়াই সন্তুষ্ট কৰা হওক । পাটচালৈ পঠিয়াবলৈ বুলি যি সাতলাখ টকা বৰঙনি তোলা হৈছিল, সেই টকা আৰু দিয়া নাযায় ; তাৰে যুজৰ খৰচ চলোৱা যাব । আজিলৈ সভা ভঙ্গ কৰিলো ।

[ প্ৰস্থান ।

---

## দ্বিতীয় দৰ্শন।

স্থান—গৰগাওঁ। গজপুৰীয়াৰ ঘৰ।

প্ৰিয়ৰাম, গজপুৰীয়া, সিন্ধিৰাম আৰু জপৰা।

গজপুৰীয়া। ডেকাফুকন বোপাদেও, দেশত নো এইখন কিহৰ গোলমাল লাগিছে।

প্ৰিয়ৰাম। দেশৰে সৈতে নো গজপুৰৰ তিতা খেৰৰ মেজিটোৰ সম্পৰ্ক কি? গোলমাল লাগিছে যদি দেশত লাগিছে, খেৰৰ মেজিটোত তো আৰু লগা নাই;—সি তিতা মেজি, তিতা মেজি হৈয়েই আছে, তাত গোলমালৰ কথা দূৰৰ কথা, জুয়ো নেলাগে।

সিন্ধিৰাম। ডেকাফুকন ডাঙৰীয়াৰ কথাত কেনা লাগিছে।

জপৰা। কোন খিনিত নো কেনা লগা পালি অ সিন্ধি?

সিন্ধিৰাম। কোন খিনিত পালোঁ কওঁ শুন,—আমাৰ গজপুৰীয়া ককাই যদিও তিতা মেজি, কিন্তু পানীৰে তিতা নহয়, তেলেৰেহে তিতা। এই মেজিৰ জুইৰে সৈতে বৰ প্ৰণয়। জুইৰ জিভাই এই মেজিক কেনেবাকৈ এবাৰ পালেই চেলেকি পেলাই সামৰি থব; তেতিয়া দীখৌ নৈৰ পানী সোপাকে নি তাত ঢালিলেও সেই জুই নুনুমায়।

জপৰা। তাত লাওপানী ঢালিলে একা?

সিন্ধিৰাম। জুই নুমাওক ছাৰি ভমক্ কৰে জ্বলিহে উঠিব।



প্ৰিয়ৰাম। জ্বলি উঠে যদি উঠক, ভালেই হে। দীখৌৰ পাৰতে আমাৰ গজপুৰীয়াক তাৰ গাত জুই লগাই বহুৱাই থম; গোটেইখন গৰগাওঁ পোহৰ হৈ থাকিব,—কি দিনত, কি ৰাতিত। তেনেহলে এন্ধাৰ ৰাতি কাকো জোৰও নলগা হব, চাকিও নলগা হব।

জপৰা। তেনেহলে আমাৰ গজপুৰীয়া, গজপুৰীয়া গুচি গজ-আৰিয়া হব।

প্ৰিয়ৰাম। গজ-আৰিয়া নহয়, গজ-জোৰ হব।

সিন্ধৰাম। তেনেহলে ৰাতি গজপুৰীয়া-জোৰৰ পোহৰত চোৰে চুৰ কৰিব নোৱাৰা হব; এটাইখন ধৰা পৰি মৰিব।

প্ৰিয়ৰাম। আৰু তেনেহলে গজপুৰীয়াই নিজেও চুৰ কৰিব নোৱাৰা হব; সি যলৈকে যায় তলকৈ জ্বলি পোহৰ হৈ যাব।

সিন্ধিৰাম। তেনেহলে ভাল হে হব, এন্ধাৰতে গজপুৰীয়া ককায়ে গৃহস্থৰ বস্তু দেখা পাব।

প্ৰিয়ৰাম। গৃহস্থইও যে তাক ধৰি বান্ধি ঢেকীঠোৰাৰে কোবাবলৈ দেখা পাব, সেইটো ভাবিছনে নাই?

জপৰা। চোৰৰ যি গতি হয় হওক, মই হলে এই মেজিৰ জুইত আলু পুৰি খাম; মাঘৰ মেজিলৈ আৰু বাট নেচাওঁ।

প্ৰিয়ৰাম। জপৰা-আলু নে মোৱা-আলু?

গজপুৰীয়া। জপৰা-আলু, চীনা-আলু, মোৱা-আলু, কাঠ-আলু, ৰঙা-আলু, ৰগা-আলু, গুটী-আলু, আৰু এইবোৰৰ লগতে পানী-আলুও।

প্ৰিয়ৰাম । গজমূৰ্খ ! গাধ ! মাহৰ ডুলি ! সৰিয়হৰ ডুলি ! ভগা ডুলি !—বোলোঁ পানীআলুৰ পানী গজপুৰীয়াৰ গাত পৰিব লাগিলে, গজপুৰীয়াৰ ইমান ডাঙৰ ধান-পুৰীয়া জুই-কুৰাই যে নুমাই যাব, সেইটো তোৰ মনত খেলোৱা নাই নে ? সেইদেখি পানী-আলু এইকুৰা জুইত নিদিওঁহঁক ।

গজপুৰীয়া । বোলোঁ ডেকাফুকন, মই মূৰ্খ নে কোন মূৰ্খ ? মই যে একেবাৰেই ইমানবোৰ বস্তু হব নোৱাৰোঁ, সেইটো বুজিব নোৱৰাবোৰ নহয় নে ? মই গজহস্তী হলে গাধ হব নোৱাৰোঁ ; মাহৰ-ডুলি হলে সৰিয়হৰ-ডুলি হব নোৱাৰোঁ । সভাসদসকলক সন্তুষ্ট কৰিব লাগিলে, আমি কেউটাই ভাওবোৰ ভগাই লব লাগিব । ধৰোঁ, মই যদি গজমূৰ্খৰ ভাও লব লাগিল, তেন্তে বোজা-বোৱা দীঘল কাণেৰে সেই চাই-ঠেঙীয়া জন্তুটোৰ ভাও তুমি লব লাগিব । সিন্ধিৰামে মাহৰ ডুলিৰ আৰু জপৰাই সৰিয়হৰ ডুলিৰ ভাও লওক । টোকোৰাক ভগা ডুলিৰ ভাওটো দিয়া ; আৰু টকৌক সৰিয়হ পাতাঁ, তেহে কথাবোৰ খেও খাব । কিন্তু ভাও দিবলৈ যোৱাৰ আগেয়েই একোটোপা লাওপানী নেখালে যে ভাও ভালকৈ নোলায়, সেইটো তুমি ভবা নাই কিয় ? নিৰামহীয়া মুখত ভাও ওলাওক ছাৰি "আহে সভসদলোক !" কথাষাৰেই নোলায় ।

প্ৰিয়ৰাম । তেন্তে "আহে গজপুৰীয়ানী লোক !" আন লাওপানী ! আন লাওপানী !



[এটাই কেটাই "আন লাওপানী" বুলি একেলগে চিয়ৰে । গজপুৰীয়ানীয়ে এহাতে এটেকেলি লাওপানী, আৰু আন হাতে তিনটা বাটি লৈ প্ৰবেশ কৰি, প্ৰিয়ৰামৰ আগত থয় । গজপুৰীয়াই ঢালি এটাই কেউটাকে দিয়ে আৰু নিজেও খায় । ]

( টকৌ আৰু টোকোৰাৰ প্ৰবেশ । )

টকৌ । ( দূৰৰপৰাই ) ৰাইজহঁত ঐ ! এই ৰাইকহ কেই-টাই অকলৈ অকলৈ টেকেলিয়ে টেকেলিয়ে লাওপানী পিছে ঐ !

টোকোৰা । নহয় নো কি বাৰু । আমি দুটা কৰবাতে থাকিলো, এই খকুৰা কেইটাই লাওপানীতে সাতুৰি ফুৰিছে !

প্ৰিয়ৰাম । বোলো মনে মনে থাক, মনে মনে থাক, নিচিয়-ৰিবি । তহঁতেও সাতোৰ, আৰু লাওপানী খাই ঢকা-ডিঙৰা লাগহঁক । তথাপি এই দৰে হায় ঔ-বিঔ নকৰিবি, মুখ লাগিব ।

গজপুৰীয়া । মুখ লাগে যদি লাগক, ঢেকীঠোৰাৰে মুখ ভাঙি দিম ।

টকৌ । ভাঙ ভাঙিবি, কিন্তু চাবি,—মুখৰ বিন্ধাটো যেন মাৰ নেযায় । সেই পিনে লাওপানী বাকি দিলেই যেন সৰকি পেট পায় গৈ ।

গজপুৰীয়া । লাওপানীৰ সোতে তোৰ লগতে টকৌ গুটী-টোকো যে উটাই নিব, সেইটোৰ কি হব ?

প্ৰিয়ৰাম । উটাই নিয়ে যদি নিয়ক, হানি কি ? টকৌৱে

এবাৰ কোনোমতে ঠাউনি পালেই তাতে গাজ মেলি গছ হব। আমাৰ টকৌ অমৰ।

গজপুৰীয়া। টকৌৰ নহয় এটা গতি লাগিল, কিন্তু আমাৰ টোকোৰাৰ কি হব?

প্ৰিয়ৰাম। টোকোৰাই সেই টকৌ গছতে বাহ লব। নহলে তাৰ কপালত যি আছে সেয়ে হব।

গজপুৰীয়া। টোকোৰাৰ কপালখন ইমান আহল-বহল যে তাত তিনি পুৰা সিজোৱা ধান মেলি দিলেও, এছোৱা পৰিহে থাকিব।

প্ৰিয়ৰাম। মূৰ্খ! টোকোৰাৰ মূৰ হে টপা; কপাল যে বহল নহয়, সেইটোৱো তোৰ ভু নাই নে?

গজপুৰীয়া। বোলো, মূৰৰ চুলি সৰি টকলা হৈ সি কপালেৰে সৈতে, দাঁখোৰে সৈতে ব্ৰহ্মপুত্ৰ লগ লগাদি লগ লাগি বহল হৈ যোৱা নাই জানো?

সিন্ধিৰাম। সকলো চৰায়ে লথিয়াই লথিয়াই হেনো চৰাই টোকোৰাৰ মূৰ টকলা কৰিছিল। আমাৰ এই মানুহ টোকোৰাৰ নো মূৰটো কোনে লাথিয়াই তেনে কৰিলে?

জপৰা। দেখৰ টোকোৰাণীবোৰে।

সিন্ধিৰাম। টোকোৰাৰ টোকোৰাণী মুঠেই এজনী। আগলৈ চাবলৈকো নাই, পিছলৈ চাবলৈকো নাই। আকৌ "টোকোৰাণী-বোৰ" হল কৰপৰা?



জপৰা। তহঁতে কি জান?—মোৰ মূৰত চুলি যিমান, এই টোকোৰাৰ টোকোৰাণীও সিমান।—অৱশ্যে চিন-ছাব মৰা এজনী হে।

প্ৰিয়ৰাম। সিহঁতে টোকোৰাক লথিয়াব কিয়?

জপৰা। আমাৰ লৰা ভাল, সেইদেখি।

গজপুৰীয়া। বোলোঁ জপৰা, তয়ো সেই টোকোৰাণীৰ জাকত আছিলি নে কি? সিহঁতৰ ফলীয়া হৈ জাকত সোমাই টোকোৰাৰ মূৰত চৰণ চলাই, তোৰ ভৰিটোও খোৰা কৰিলি নে কি?

প্ৰিয়ৰাম। চুপ, ৰও গজানন! তোৰ বৰ পেটৰ ওপৰত জপৰাই চৰণ চলাব চাবি।

টকৌ। সেই বৰ পেটৰ ওপৰত সি চৰণ চলাবলৈ গলে, দাঁখোৰ পলসত বুঢ়ী গাই সোমোৱাদি সোমাই ৰব।

গজপুৰীয়া। সেইদেখি জপৰা বুঢ়ী গাইক বিপদত পেলাবৰ হলে, সেই পলস শুকাবলৈ দিব নোৱাৰি; তাক লাওপানীৰ ঢলেৰে ঘনে ঘনে তিয়াই ৰাখিব লাগিব। কি কোৱাঁ ডেকাফুকন বোপা?

প্ৰিয়ৰাম। "অলবৎ"। "লাও, লাওপানী!"

(এটাইকেইটাই একে বেলিয়েই 'লাও লাওপানী' বুলি চিঞৰে আক খায়।)

জপৰা। ডেকাফুকন ডাঙৰীয়া, শাস্ত্ৰত কৈছে—ঘোঁৰাত

উঠিলে চাবুক লাগে। আমি ফটিকা নামৰ ভাজী ঘোঁৰাত উঠিলোঁহঁক, কিন্তু হাতত চাবুক নাই।

প্ৰিয়ৰাম। কি চাবুক?

জপৰা। বোলোঁ ধপাতৰ চাবুক। এই চাবুক নহলে ঘোঁৰা নচলে।

প্ৰিয়ৰাম। আন চাবুক!

(এটাইকেইটাই একেলগে "আন চাবুক" বুলি কিৰিলি মাৰি দিয়ে)

গজপুৰীয়ানী। কি মস্কিল! তোমালোকে এইদৰে কিৰিলিয়াই হাতী বাঘ খেদাইছা নে, নাই বিলত পল বাবলৈ গৈছাহঁক?

টকৌ। বিলত পল।

প্ৰিয়ৰাম। তই কি পল বাবি অ টকৌ? টকৌগুটিয়ে পল হে নালাগে জুলুকীৰ কাষলৈকে যাব নোৱাৰে, গলেই জুলুকাৰ বিন্ধাত সোমাই যাব।

গজপুৰীয়া। নহলে বোকাত সোমাই আমাৰ গচকাত জোল হব।

টকৌ। নহওঁ জোল। বোকাত সোমাই গজ মেলি গছ হৈ তহঁতকৈ ওখ হে হম।

গজপুৰীয়া। "কুচ. পৰোৱা নাই," সেই গছতে আমাৰ টোকোৰাই বাহ সাজি ওলমিবৰ হুকুম; আমাৰ ডেকাফুকন বোপাৰ



পৰা, ইয়াৰ আগেয়েই হৈ গৈছে। তেনে হলে সি ফাঁচী কাঠত ওলমাৰ পৰা সাৰিব।

জপৰা। আৰু সেই বাহতে টোকোৰাই কণী পাৰিবৰ হুকুমটোও হৈ যাওক।

টোকোৰা। তেন্তে তলত থকা তহঁতৰ মুৰত কিবা-কিবি কৰিবৰ হুকুমটোৱেই বা বাকী থাকে কিয়? সেইটোও হৈ যাওক।

গজপুৰীয়া। তাৰ আগতে ধপাত আনিবৰ হুকুমটোও হৈ যাওক, তেনেহলে ধপাত খাই আমি গা টঙাই লব পাৰিমহঁক।

প্ৰিয়ৰাম। আন ধপাত!

(এটাইকেটাই "আন ধপাত" বুলি চিয়ৰে।)

গজপুৰীয়ানী। "আন ধপাত" কোনে? গজপুৰীয়ানী তোমালোকৰ বান্দী নহয়, বাৰে বাৰে ধপাত আনি দি থাকিবলৈ। মই ডেকাফুকন ডাঙৰীয়া বোপাক ধপাত লগাই আনি দিম, তোমালোকক নিদিওঁ।

গজপুৰীয়া। মোক একা?

গজপুৰীয়ানী। তুমি নো কিহৰ বাপু? তোমাকো নিদিওঁ।

গজপুৰীয়া। কিয়? মোৰে সৈতেও পীৰিতিৰ কৰাল এৰাল নে? কোমল-তামোল দেখি বুঢ়া-তামোলটো দলিয়াই পেলালি নে কি?

টকৌৱে গায়—

গীত।

প্ৰণয়ৰ স্বভাৱেই চঞ্চল।
ফটা কাপোৰ পাৰি বহে,
(ধৰে) নতুনৰ আঁচল।
পুৰণি মলঙি টেঙিল,
নতুন পাগ উঠিল,
কৰাল কুমলি গল,
জোৰা শুললকিল।

গজপুৰীয়াই গায়—

গীত।

চত মহীয়া পকা ঔ
কেচিল কেচাৰ লগত,
লাওপানীৰ জাপত পোখা
ওলাল শুকান গছত।
গজপুৰীয়াৰ গজ-মুকুতা
পোহৰ তিৰ্-বিৰায়,
গজপুৰীয়ানীয়ে লাখ টকা,
হাটত বেচি পায়।



প্ৰিয়ৰাম। চুপ্! চুপ্! (গজপুৰীয়ানীক) যোৱা তুমি মোলৈকে ধপাত লগাই আনাগৈ, ইহঁতক দিব নেলাগে।

[ গজপুৰীয়ানীৰ প্ৰস্থান।

টকৌৱে গায়—

গীত।

"ধুনীয়া ঔ খিন্দোদোৰা।
তামাখু এচিলিম লগাই দিয়াঁ।
গজপুৰ-পুৰ-অনীয়া,
ডবা ধোৰাঁখোৰা
কি কৈ বধিলা?
মোৰে ধোৰাঁখোৰা,
কি কৈ বধিলা কোৰাঁ?"

(গজপুৰীয়ানীৰ ধোৰাঁখোৰা লৈ প্ৰবেশ।)

গজপুৰীয়ানী। (প্ৰিয়ৰামক) ধৰক বোপা ডাঙৰীয়া!

(প্ৰিয়ৰামে গজপুৰীয়ানীৰ হাতৰপৰা ধোৰাঁখোৰাটো লৈ ধপাত খায়, আৰু গজপুৰীয়াক দিয়ে)

গজপুৰীয়া। (ধপাত খাই) আজি ধপাতত চোক নাই। কিবা সেঙেতা সেঙেতা লাগিছে।

প্ৰিয়ৰাম। আমালৈ আছে, তোলৈহে নাই।

গজপুৰীয়া। তোমালৈ থাকিবতো দেও; আজি "তোমাৰ পুহ মাহ। গজপুৰীয়াৰহে সৰ্ব্বনাহ॥"

টকৌয়ে গায়—

গীত।

পুহ মহীয়া পকা আঙঠা কাৰো ভাগ্যত হয়।
কাৰো ভাগ্যত আঠীয়া কল চেচা পানী, কয়॥
কোনোৰ কপালত জাপৰ উম,
কোনোৰ গছৰ তল।
কোনো উঠে বৰ চাঙত,
কোনো ৰসাতল।

গজপুৰীয়া। হেৰ টকৌ, আজি তয়েই মোৰ খৰচত ইমানবোৰ গীত-পদ মাতি থাকিবি নে? আৰু নিদিওঁ, মোৰ খৰচ বন্ধ কৰিলোঁ। গা যদি ৰাজহুৱা খৰচত গা, নাগা যদি মযেই এটা এডোখৰ গাওঁ শুন,—

( গজপুৰীয়াই গায় )—

গীত।

সাগৰৰ পানী জাক বান্দৰে
দিনে ৰাতিয়ে খায়।



সগৰ ৰজাৰ তথাপি সাগৰত
পানী চপ্‌চপায়।
কেৰ্কেটুৱাৰ পোৱালীয়ে
পকা তামোল পাই।
ৰঙা দেখি কামুৰি মৰে
দাঁত ভাগি যায়।

প্ৰিয়ৰাম। হেৰ গজপুৰীয়া! হেৰ হাতীমূৰা পৰ্ব্বত! মনে মনে থাক। বামুণ-ভোকোলাৰ গান কোনেও নুশুনে।

গজপুৰীয়া। বৰ পুখুৰীয়ে শুনে।

টোকোৰা। তোমাৰ বৰ পুখুৰী সৌ গজপুৰীয়ানী নে?

গজপুৰীয়া। "অল্‌ৰৎ।"

গজপুৰীয়ানী। ( মুখ বিকটাই, গজপুৰীয়ালৈ চাই ) ইস্ কেনেখন কৰিছে নেদেখিছা! মই এওঁৰ বৰ পুখুৰী হবলৈ গলোঁ।

গজপুৰীয়া। হবি তো, তই বৰপুখুৰী। এই বৰপুখুৰীত মই পদুম হৈ ফুলিম, ডেকাফুকন ৰাজহাঁহ হৈ চৰিব; টোকোৰা, জপৰা, সিদ্ধিৰাম, লালুকী হৈ সাতুৰিব।

টকৌ। মই নো বাদ গলোঁ কিয়?

প্ৰিয়ৰাম। তই তাত শেলাই হৈ ওপঙিবি।

গজপুৰীয়া। তেন্তে আন লাওপানী!

( এটাইকেটাই "আন লাওপানী" বুলি চিয়ৰে। )

গজপুৰীয়ানী। মই তোমালোকক ইমানকৈ লাওপানী খাবলৈ

দিব নোৱাৰোঁ। তোমালোকে মতলীয়া হৈছাহঁক।

গজপুৰীয়া। মতলীয়া হইছোঁ যদি, লাওপানী খাই নহয়, মোৰ গজপুৰীয়ানীৰ মুখচন্দ্ৰৰ মৌ-ৰহ খাই হে।

( এটাইকেটাই "হয় হয়" কৰে। )

গজপুৰীয়ানী। বোলোঁ, মতলীয়া হৈ মোৰে সৈতে এইদৰে ঠেটা নকৰিবা একা।

গজপুৰীয়া। ঠেটা কৰিব নেলাগে যদি আকৌ এটেকেলি লাওপানী আনি দে। আগৰ টেকেলিয়ে আমাক মতলীয়া কৰক ছাৰি আমাৰ গাৰ খুদখহুকে নখজুৱালে।

গজপুৰীয়ানী। ইস্ এওঁৰ খুদ্খহু নখজুৱালে! মদৰ ৰাগীত কথা কওঁতে জিভা দোবোল নোখোৱা হৈছে! তোমালোকক মই বলীয়া কৰি বং চাব লাগে নে কি?

প্ৰিয়ৰাম। বোলোঁ গজপুৰীয়ানী, তোমাৰ গজপুৰীয়া বলীয়া হোৱাৰ ভয় নাই। মদৰ টেকেলিটো যি দিনা বলীয়া হব, সেই দিনা হে তোমাৰ গজপুৰীয়া মদখাই বলীয়া হব, এইটো নিশ্চয়।

গজপুৰীয়া। ডেকাফুকন, চাবাচ! চাবাচ! এইষাৰ কথা হে খাজে খোপে খাই গল। কি বোল টকৌ?

প্ৰিয়ৰাম। মনে মনে থাক, মনে মনে থাক। মদৰ টেকেলি! তেলৰ "মুট্কি"! (গজপুৰীয়ানীলৈ চাই) তুমি লাওপানী আনা, একো ভয় নকৰিবা। ইয়াত কাৰো বলীয়া হৰৰ সম্ভৱ নাই, এটাই কেঁউটা পকা নাৰিকল।



গজপুৰীয়া। নাৰিকলৰ পেটত পানী নেথাকে নে?

টকৌ। থাকে।

গজপুৰীয়া। তেন্তে আমাৰ পেটত লাওপানী নাথাকিবৰ কাৰণ কি?

প্ৰিয়ৰাম। একো কাৰণ নাই। আন লাওপানী!

( এটাইকেইটাই "আন লাওপানী" বুলি চিয়ঁৰে, আৰু গজপুৰীয়ানীয়ে লাওপানী আনে। )

গজপুৰীয়া। ডেকাফুকন বোপা, আজি তোমালৈ মোৰ বৰ মৰম লাগিছে। চুমা এটাকে খাম নে?

টকৌ। চেলেকা এটা মাৰা; তোমাৰ জাতৰ প্ৰাণীয়ে তো চুমা খাব নেজানে।

টোকোৰা। মই কওঁ,—চুমাও নেখাবা চেলেকাও নামাৰিবা; সেই দুইটাতে বিপদ। সেইদেখি শুঙা এটা মাৰা।

জপৰা। তাতো বিপদ আছে। মই কওঁ গজপুৰীয়া, তোমাৰ যদি ডেকাফুকন ডাঙৰীয়ালৈ ইমান মৰম লাগিছে, তেন্তে তুমি উঠি অলপ দূৰলৈ যোৱাঁ; গৈ তাৰপৰা কাহ এটা মাৰি দিয়াঁগৈ। তেনেহলেই মৰমে তোমাৰ ডিঙিত সুৰসুৰাইছে বুলি জনা যাব। কি কৱ সিদ্ধি?

সিদ্ধিৰাম। তাতোকৈ ভাল, যদি তেওঁ দূৰৈৰপৰা ডেকাফুকন ডাঙৰীয়াৰ ফালে চাই দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি দিয়ে।

টকৌ। মোৰ মনেৰেও হুমুনিয়াহ এটা কাঢ়ি দিয়া ভাল ; সি হলে গাজত লাগি যাব।

সিদ্ধিৰাম। বোলোঁ, আমাৰ গজপুৰীয়াৰ হুমুনিয়াহ গজপুৰীয়ানীৰ হে বস্তু। সেই হুমুনিয়াহ লোকৰ ফালে কাঢ়ি পঠিয়ালে গজপুৰীয়ানীয়ে তাতে আপত্তি কৰিব।

( টকৌৱে গায় )—

( গীত )

মৰমৰ চিন চেলেকা-চেলেকি,
( তাৰ ) সৰু ভায়েক চুমা।
চুমা মৰিল বিঘিনিত পৰি,
দদায়েক আহিল শুঙা।
শুঙাক গিলিলে হামি-বাঘিনী,
হুমুনিয়াহ বল দূৰত,
চাই থাকি হাঁকুটি লগালে,
মৰম লাগিল বুকত।

প্ৰিয়ৰাম। গজপুৰীয়ানীৰ কথা ঠিক, তহঁতৰ এটাই মথাৰে ফটিকাৰ ৰাগি লাগিছে। উঠহঁক, আজিলৈ সভা ভাগিল।

[ গজপুৰীয়ানীৰ বাহিৰে সকলোৰে প্ৰস্থান। ]

গজপুৰীয়ানী। ( স্বগত ) আই ঐ দেহি ! কেনেকৈ মাতষাৰ মাতে ! "গজপুৰীয়ানী" !! শুনি থাকিবৰ হে মন যায়।—"গজপুৰীয়ানী, তুমি লাওপানী আনা" !—আনিম তো। তোমালৈ



আনি নো মই কালৈ আনিম ? তুমি মোৰ জীৱটো খুজিলেও জানো মই নিদিয়াকৈ থাকিব পাৰিম ?—উহুঁ ! বৰ লোকৰ পোৱালি। বাউনীয়ে আকাশৰ তৰালৈ হাত মেলাৰ নিচিনা কথা !—হলেইবা বৰলোকৰ পোৱালি ? বৰলোকৰ পোৱালিয়েই হে তো সৰু মানুহৰ হাতত পৰিলে আতোল-তোলৰ বস্তু হয়, ডাঙৰ মানুহৰ হাতত নহয়।—এ মোৰ নিচিনা জনীয়ে পালে তেওঁক গোসাঁই আৰাধাদি আৰাধিম নহয়। বুকুৰপৰা নেৰোঁৱেই নহয়।—"গজপুৰীয়ানী যোৱাঁ তুমি মোলৈকে ধপাত আনাগৈ, ইহঁতলৈ আনিব নেলাগে" ! "মোলৈ ধপাতত চোক আছে, তহঁতলৈ হে নাই।" কথা কেইষাৰ শুনিয়েই আমুকীৰ গা সুত লাগি গৈছিল।—মোক ভাল পায়।—আৰু আৰু পোৱা কৰিব লাগিব তেহে। মোৰ পিছে পিছে ফুৰা হব যেতিয়া, মোক নেদেখিলে এৰাঁচৰা যেন হব যেতিয়া, তেতিয়াহে কাম হল বুজিম।—মই জনা আহুদি কেটাকে এটা এটাকৈ খুৱাই নেচাওঁ কিয় ? সেই কেইটাৰেই পাৰিব পাওঁ দেখোন। সেই কেইটাই গুণ নধৰিলে তাৰ পিছতো আলতী বাইৰ ওচৰৰপৰা ডাঙৰ ডাঙৰ আহুদি আনি খুৱাব পাৰিম।—হব। পাৰিম। মোৰ মনে কৈছে "গজপুৰীয়ানী তই পাৰিবি !" যাওঁ সেই বদ-ঘাইৰ পাণজোপাৰ তিন ডাল সাঁপা আজিয়েই তুলি থওঁ। কাইলৈ পুৱা বাহী মুখেৰেই গৈ আউনীপাণৰ গছৰ মকৰাজাল আনিম। শামুকৰ চুণৰ চোকোৰা আছেই।

[ প্ৰস্থান।

## তৃতীয় দৰ্শন।

স্থান—লাচিত বৰফুকনৰ ঘৰ।

কাল—ৰাতি।

(লাচিত বৰফুকন আৰু তেওঁৰ ভাৰ্য্যা)

ভাৰ্য্যা। পিছে নো আজি আপোনাসকলৰ কি থিৰ হল? মছলমানবে সৈতে যুজ কৰাই থিৰ হল নে, মিত্ৰতা কৰাই থিৰ হল?

লাচিত। যুজ।

ভাৰ্য্যা। আপুনি?

লাচিত। মোক ৰজাই বৰফুকনৰ খিতাপ দি সেই যুজৰ সেনাপতি পাতিছে।

ভাৰ্য্যা। ঈশ্বৰৰ চৰণত মোৰ অশেষ সেৱা।

লাচিত। বৰফুকননী হলা বুলি হবলা?

ভাৰ্য্যা। নিশ্চয় নহয়। আপুনি বৰফুকনৰ খিতাপ পালে দেখি।

লাচিত। মই বৰফুকন হোৱা বাবে তুমিও ভাৰ্য্যা দেখি স্বভাৱতে বৰফুকননী হলা সেইটো বুজি।

ভাৰ্য্যা। নিশ্চয় নহয়। মোৰ নিজৰ চিন্তা ভাবনাৰ লেখ বুজ মোৰ হাতত নাই। মই মানত কমিলোঁ বা বাঢ়িলোঁ সেইটোৰ ভু মই নলওঁ। মই মোৰ স্বামীৰ ভাৰ্য্যা—তেহেলৈ তেওঁ বৰ-



ফুকনেই হওক বা খৰিভাৰীয়েই হওক,—সেইটো খিতাপ মই যিদিনা পালোঁ, সেই দিনাই মই বৰলোক হলোঁ। মোৰ এই খিতাপৰ পাছত মোলৈ যি আহে আহি থাকক, তাত মোৰ হৰণ-ভগণও নাই, আনন্দ-নিৰানন্দও নাই। অৱশ্যে দিয়াজনে দিয়ে যেতিয়া তাক মই কৃতজ্ঞ চিত্তেৰে গ্ৰহণ কৰিম এতিয়াও কৰিছোঁ; আৰু তাৰ লগতে আনন্দও যদি মোলৈ আহিছে আহক, সেই জনৰে অনুগ্ৰহ বুলি ধৰিম।

লাচিত। মানুহে কথা কব জানিলে, কথা এনেকৈ খেও খাই শুৱলা হৈয়েই ওলায়।

ভাৰ্য্যা। বোলোঁ মই নো কৰ ৰজা পাটচাৰ সভাত ঘূৰি ফুৰি মহলা মাৰি কথা কবলৈ শিকিলো যে মই কথা কব জনা হলোঁ? আপুনি দিনে ৰাতিয়ে ৰজাৰ বৰচৰাত বহি মেল-দোৱান কৰি থাকে, আপুনি হে কথা কব নজনা হল, আৰু মই মূৰ্খ তিকতা এজনীয়ে হে কথা কব জনা হলোঁ? বঢ়িয়া কথা। আপুনি কথা কব নজনাৰ চিন এইটোতেই পালো নহয়, আন নেলাগে চোন।

লাচিত। শুনা সজ কথা কবলৈ ঈশ্বৰেহে মানুহক শিকায়, ডা-ডাঙৰীয়া ৰজা-পাটচাই শিকাব নোৱাৰে। সোণ যি সি বোকাত পৰি থাকিলেও সোণ, আৰু কঁৰীয়া হৈ তোমাৰ কাণত ওলমি কাণ শুৱাই থাকিলেও সি সোণ। সীহ এডোখৰক ৰজাই ডিঙিত আৰি থলেও সি সীহ গুচি সোণ নহয়।

ভাৰ্য্যা। এতিয়া কওকচোন, কোনে কথা কব জানে এইটো কথা কব নজনাৰ চিনৰ লেখ দুই। বাৰু সঁচাকৈ কওক চোন, এনে ল-নিকৈ কথাবাৰ মোৰ মুখৰপৰা ওলালহেঁতেন নে? ৰজাই বাটে-পথে মানুহক ধৰি এনেই বৰফুকন নেপাতে।

লাচিত। মছলমান পাটচাৰ সেনাপতিৰে সৈতে এনেকৈ ল-নিকৈ কথা কবলৈকে ৰজাই মোক বৰফুকন পাতিছেনে?

ভাৰ্য্যা। ৰজাই জানে, যাৰ গাত এনে গুণ আছে, তেওঁ মছলমানৰ সেনাপতিৰ গাতও ল-নিকৈ হিলৈ কাঁৰ মাৰিব পাৰিব।

লাচিত। তোমাৰ কথাও যেতিয়া মোৰে নিচিনা ল-নি, তুমিও যে মছলমান সেনাপতিৰ গাত খেও-খুৱাই মিহিকৈ কাৰ মাৰিব নোৱাৰিবা সেইটো কোনে জানে? চাবা, ৰজাই তোমাৰ এই গুণৰ ভু পালে তোমাকো মছলমান সেনাপতি ফিৰুজৰ্খাঁৰ গাত কঁৰিয়াবলৈ লগাই দিব। ফিৰুজৰ্খাঁৰ মোৰ নিচিনা গতি নহলে হয়। (নিজৰ গালৈ আঙুলিয়াই) এইজন সেনাপতি তো তোমাৰ মিহি চোকাকাঁৰত "ঘাইল" হৈ তোমাৰ কাষতে পৰি আছেই।

ভাৰ্য্যা। যাওক আপুনি কিবা ঠেটা কৰিবলৈ লাগিল। মই ইমানবোৰ কথাৰ মানুহ নহওঁ বুজিছেনে। আপোনাৰ বেঁকা কথাৰ পাকত সোমাবলৈ মোৰ শকতি নাই।

লাচিত। এৰা, এৰা, তুমি একেবাৰেই ঢোদৰ আলিটো যেন পোণ, মই হে বেঁকা।—বোলো, নিজক এটায়ে পোণ দেখে; লোকক হে বেঁকা দেখে। লাচিত হেন মানুহটো যাৰ



চকুৰ পাকত, বাহুৰ মেৰত, মৰমৰ চাকত, পৰি তিনি পাক খাই জৰীডাল যেন হৈ ভৰিত পৰি আছে, সেইজনা হেনো পোণ, মই হে বেঁকা।

ভাৰ্য্যা। এৰা আৰু এখোপ আগবাঢ়ি গৈ নো নকয় কিয়, "যি জৰীডাল হৈ তোমাৰ ভৰি দুটা, বান্ধাৰে হাতীৰ ভৰি বন্ধাদি বান্ধি থৈছোঁ?" বোলো হেৰি, কথা কব নজনা আঁকৰা মানুহটি! আপোনাৰ কথাৰ জালখনি অলপ সামৰক, আমাৰ নিচিনা খলিহা ভেচেলি আপোনাৰ হাতত এনেই ধৰা পৰি আছে, তালৈ জাল নেলাগে।

লাচিত। বাৰু সেইবোৰ বুজিছোঁ। সম্প্ৰতি কোৱাঁচোন, তোমাৰ বৰপুত্ৰক লৈ মই এতিয়া কৰোঁ কি?

ভাৰ্য্যা। মোৰ বৰপোৱে কি কৰিলে?

লাচিত। একো নাই কৰা; মাথোন দিনে ৰাতিয়ে চোৰ, ডকাইত, ভঙুৱা, মদপীৰে লগ লাগি মোৰ নাক কাণহে কটাই ফুৰিছে।

ভাৰ্য্যা। সেইবোৰ মিছা কথা, মই বিশ্বাস নকৰোঁ; আপোনাক কোনোবাই খিয়ালত হে তাৰ নামে তেনেকৈ লগাইছে।

লাচিত। সেইটো হয়; তোমাৰ বৰপোৱাঁ একেবাৰেই আজলা, আঁকৰা, নিচলা, নিমাতী. হোজা লৰাটি হৈয়েই আছে। তাক তুমি কোলাত লৈ চুমা গোটাচাৰেক খাই নাম গাই শুউৱাঁ। লোকে খিয়ালত হে বেয়া বোলে। বোলোঁ বৰ-

বোপাৰ মাক, তোমাৰ লৰাৰ যেনে বিদ্যা হৈছে, তেওঁ কোনোবা দিনা বিদ্যাৰসাগৰ খিতাপ লৈ, মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনক বৰফুকননীৰে সৈতে লৈ গৈ সাগৰৰ সোঁমাজতে বুৰাই নথলেই মঙ্গল। জানা আজলা লৰাৰ মাক, যদিও তুমি পতিয়াব নোখোজা, তথাপি কওঁ, এই লৰাই আমাৰ কুলত কলঙ্ক সানিলে। হাতী যেন মগুহাল, গাহৰি যেন পেটাল, মদপী মানুহ এটা আছে, তাক তুমি কেতিয়াবা দেখিছা, কিজানি, সি হল তোমাৰ বৰপুত্ৰৰ লাওপানীৰ বান্ধ। আৰু চোৰ, ভণ্ডুৱা, মদাহী গোটাচেৰেক আছে, সিহঁত হল তাৰ লগৰীয়া। তোমাৰ পোৱাই সিহঁতৰ সঙ্গত আমাৰ পিতৃ পিতামহৰ যশ বঢ়াই মদেৰে দিনৌ তপত পিঁৰ দিব লাগিছে। আমি সকলোবোৰে আমাৰ পুত্ৰৰ পুণ্যৰ ফলত, ৰাজহংস হৈ এতিয়া মানস-সৰোবৰলৈ বা স্বৰ্গলৈ উৰি যামহঁক, আৰু ভয় নাই। পিতৃ পিতামহৰ, বিদ্যা—ক্ষত্ৰিয়বিদ্যা, বা ভাল মানুহে চৰ্চ্চা কৰা শাস্ত্ৰবিদ্যা, নাইবা ৰাজান্তিকৰ বিদ্যা ইত্যাদিৰ সি ওচৰলৈকে নাযায়; দিনেৰাতিয়ে সকু মানুহৰ লগত ঘূৰি ফুৰি চোৰ ডকাইতৰ বিদ্যা হে উপাৰ্জ্জন কৰি ফুৰিছে। সঁচাকৈ কৈছোঁ সি আমাৰ নাক কটালে! তোমাৰ গৰ্ভতে সি কিয় মৰি নগল?

ভাৰ্য্যা। ( চকু-লো টুকি ) মোৰ লৰাটোৰ কোনে নো মগুহ খালে! উ! উ! —মই বুজিছোঁ, কোনোবাই তাক আছুদি খুৱাই হে তেনে কৰিলে। মোৰ লৰাটোক খিয়াল কৰি কোন শত্ৰুৱে নো এনে কৰিলে!—উ! উ!! ( চকু-লো টোকে )



লাচিত। ( দূৰত প্ৰিয়ৰামৰ মাত শুনি ) সেইটো তোমাৰ পুত্ৰৰ মাত শুনিছো নহয়।—সেইটো কোন? প্ৰিয়ৰাম নে?

প্ৰিয়ৰাম। হয় দেউতা ময়ে।

লাচিত। এই পিনে আহ!

( প্ৰিয়ৰামৰ প্ৰবেশ )

বৰফুকননী। হেৰ বোপাই, মইনো এইবোৰ তোৰ নামে কি শুনিবলৈ পাইছোঁ কচোন?

লাচিত। ( ঘৈণীয়েকক ) তুমি মনে মনে থাকাঁ; মোকে শুধিবলৈ দিয়াঁচোন। ( প্ৰিয়ৰামক ) তই কলৈ গৈছিলি?

প্ৰিয়ৰাম। অলপ ফুৰিবলৈ ওলাই গৈছিলোঁ।

লাচিত। কালি ৰাতিৰ দুপৰলৈকে কত আছিলি?

প্ৰিয়ৰাম। ভাৱনা চাইছিলোঁ।

বৰফুকননী। হেৰ নোখোৱা নোবোৱাকৈ এই মাঘমহীয়া ৰাতি তই ভাৱনা চাব পাৰ নে? কি বলিয়া লৰা একা! মোৰ নো কি মৰিবৰ চিন হল!

লাচিত। ( ঘৈণীয়েকক ) তুমি মনে মনে থাকাঁচোন। মোকে শুধিবলৈ দিয়া ( প্ৰিয়ৰামক ) হেৰ কি ভাৱনা? কত ভাৱনা।

প্ৰিয়ৰাম। জোকগুলিত। ৰাধাহৰণ ভাৱনা।

লাচিত। আমাক সেই ভাৱনালৈ মতা নাছিল যেতিয়া, তই তালৈ গৈছিলি কিয়?

প্ৰিয়ৰাম। লগৰ লৰা জনচেৰেকে মোক টানি লৈ গল।

লাচিত। আঢ়ৈ কুৰি বছৰীয়া মদপী পেটাল সেই গজপুৰীয়া নামেৰে "লৰাটোৱে" নে?—নামাত কিয়? হেৰ তই মোক কি ফাঁকি দিবি? মই নাড়ী-নক্ষত্ৰ সোপাকে জানিছোঁ। তই কত ফুৰ, কি কৰ, তাৰ ডাঁৰৰ বাতৰি ডাঁৰে মই পাই আছোঁ। বাৰু তোৰ চকু দুটা ইমান ৰঙা হৈছে কিয় কচোন?

প্ৰিয়ৰাম। কালি ৰাতি টোপনি ক্ষতি হৈছিল দেখি আজি এতিয়া টোপনি আহিছিল, তাতে অলপ মোহাৰি দিছিলোঁ।

লাচিত। বাটত খোজ কাঢ়ি ফুৰোতেই টোপনিয়ে তোৰ লগ ধৰিছিল নে? বাৰু, তোৰ মুখত ফটিকাৰ গোন্ধ কিয়?

প্ৰিয়ৰাম। কতা! মই দেখোন নাই পোৱা।

লাচিত। ফটিকা পেট সুমাওঁতাই নিজৰ মুখৰ গোন্ধ নিজে পায় নে কি?

প্ৰিয়ৰাম। কি জানি দেউতা, মই সেইটো নাজানো।

ফুকননী। বোলোঁ ওৰে দিনটো নোখোৱা নোবোৱাকৈ ট-ট-কৰে ঘূৰি ফুৰি তাৰ পিত-পানী উজাৰ খাইছে গোন্ধাইছে, যদি গোন্ধাইছে; মোৰ বোপায়ে লাওপানী কত পাব? মোৰ আজলা লৰাটোৱে নো লাওপানী ফাওপানী কি বুজ পায়? হেৰি কিয় নো তাক সেইদৰে কয়?

লাচিত। তোমাৰ লৰা বৰ আজলা; তাৰ পিয়াহ খোৱা দাঁত সৰাহ নাই।

ফুকননী। মোৰ লৰাটোৰ ওপৰত এটাইৰে হিংসা। ভাৰ নামে



আপোনাক কোনোবাই টুটকীয়া লগাই খং তোলাইছে, মই বুজিছোঁ। (প্ৰিয়ৰামক) হেৰ বোপাই, তই নো কাৰ কি কৰিলি, চাৰি-উফালে যে তোৰ ইমান শত্ৰু হল? আজিৰপৰা তই আৰু বাহিৰলৈ ওলাই নেযাবি, মোৰ বোপাই। ঘৰত মই আছোঁ, তোৰ দুজনী ভনীয়েৰ আছে, তোক যি খাবলৈ লাগে, যি পিন্ধিবলৈ লাগে, যি ৰং ধেমালি কৰিবলৈ লাগে, সকলোবোৰ তই ঘৰতে পাবি, মই যতনাই দিম। তোৰ নো কিহৰ নাটনি হেৰ?

লাচিত। (প্ৰিয়ৰামক) তই মোমাইতামুলী বৰবৰুৱাৰ ঘৰৰ কুলকলঙ্ক। সৰু মানুহ, দুষ্ট মানুহবোৰেৰে সৈতে তোৰ মিতালি! তই আমাৰ বংশত কুলাধম উপজিলি! যা, মোৰ আগৰপৰা গুচি যা! তোৰ মই মুখ নেচাওঁ!

প্ৰিয়ৰাম। (আঁঠুকাঢ়ি হাতজুৰি) দেউতা মোক ক্ষেমা কৰক। মই কুসঙ্গত পৰি অৰশ্যে এনে অনেক কাৰ্য্য কৰিছোঁ যাৰবাবে আপোনাৰ অখ্যাতি আহিব পাৰে। কিন্তু দেউতা, সেইবোৰ উতনুৱা চটফটীয়া চেঙেলীয়া ডেকালৰাৰ অদম্য প্ৰবৃত্তিৰ উত্তেজনাৰ কাম বুলি ভাবি ক্ষেমা কৰক। দেউতা ইমান জনা শুনা বিজ্ঞ লোক, মইনো আৰু দেউতাক কি কম। আপুনি মোৰ জীৱনৰ গৰাকী, অশেষ ভক্তিৰ পাত্ৰ, পিতৃ দেৱতা, আপোনাৰ আগত সৰহ কথা কবলৈ গৈ মোৰ মূৰ্খতা আৰু আস্পৰ্দ্ধা প্ৰকাশ নকৰোঁ। কিন্তু দেউতা, আপোনাৰ এই অধম সন্তান সম্প্ৰতি যিমানকে অধোগামী নহওক, যিমানকে মলি লাগি মলিয়ন নহওক,

তাৰ গাত ককাদেউতা আৰু দেউতাৰ তেজৰ সোঁত নিশ্চয় আছে ; সেই সোঁতক বাহিৰৰ ছাই মাকটিয়ে সদায় ঢাকি ৰাখিব নোৱাৰে। দেউতা, আপোনাৰ এই অধম সন্তানক ক্ষেমা কৰি সময় দিয়ক, এই অধমে কলঙ্কৰ বোজা অচিৰতে দলিয়াই পেলাই দেউতাৰ পুত্ৰৰ যোগ্য অধিকাৰ কৰিবলৈ সক্ষম হব।

[ লাচিত বৰফুকনে একো নামাতি উঠি গুচি যায়। ]

ফুকননী। হেৰ বোপাই, তই দেখোন দেউতাৰক এইবোৰ বৰ ভাল কথা কলি। তই নো কিয় ভাল নহৱ, মোৰ মইনা! তই নো দেউতাৰৰ খং তোলাৱ কিয়? মই বুজিছোঁ তোৰ অনেক শতুৰু। তই আৰু সেই দুষ্ট মানুহবোৰৰ লগ নলবি; এৰি দে মোৰ মইনা। তোৰ ভালৰ নিমিত্তে মই গোসাঁই ঘৰত বৰ সৰাহ পাতিবলৈ আগ কৰিছোঁ। মোৰ মূৰকে খাৱ, আজিৰপৰা তই ভাল হ, আৰু সেই দুষ্ট মানুহবোৰৰ লগ লৈছ যদি, এৰি দে। ( মূৰত হাত ফুৰাই ) তই ভাল হ, মোৰ মইনা, আৰু দেউতাৰৰ খং নোতোলাবি।

---

আঁৰ-কাপোৰ।





# দ্বিতীয় অঙ্ক

## প্ৰথম দৰ্শন।

স্থান—গজপুৰীয়াৰ ঘৰ।

কাল—ৰাতি সন্ধ্যা লাগি ভগাৰ পিছত।

( প্ৰিয়ৰাম, গজপুৰীয়া, সিঙ্কিৰাম, টকো, টোকোৰা, জপৰা )

গজপুৰীয়া। ডেকাফুকন বোপা, মছলমানেৰ সৈতে তো যুজ লাগিল। তোমাৰ দেউতাৰ ডাঙৰীয়া সেনাপতি হৈ গল। তুমিও বোলে কাইলৈ যাবা। এতিয়া গজপুৰীয়াৰ কি গতি কৰিবা?

প্ৰিয়ৰাম। গজপুৰীয়াকো এহেজাৰ কাঁৰীৰ ওপৰত হাজৰিকা পাতি যুজলৈ লৈ যাম।

সিঙ্কিৰাম। তেনে বেছ হব; আমাৰ সৈন্যবোৰৰ আগত গজপুৰীয়া ককাইক আঁৰ-পৰ্ব্বত কৰি থিয়কৈ থৈ দিমহঁক, তেনেহলে তেওঁৰ গা এৰাই আৰু ইফালে বঙালৰ গুলি কাঁৰ একো আহিব নোৱাৰে। এইটো ডেকাফুকন ডাঙৰীয়াই বৰ বুধিৰ কাম কৰিব খুজিছে।

টকৌ। মইও কওঁ, বৰ বুধিৰ কাম হৈছে। তেতিয়া হলে আমি এই পৰ্ব্বতৰে আঁৰ লৈ, বাঁহৰশলি যেন সিঙ্কিৰাম কাইক কাঁৰ কৰি লৈ আমাৰ ধেনুত লগাই বঙালৰ গালৈ মাৰি পঠিয়াব পাৰিম।

টোকোৰা। আৰু টকোকো বাতলুগুটি কৰি মাৰি পঠিয়াব পৰা যাব।

জপৰা। মই হলে আঁৰ-পৰ্ব্বতৰ আঁৰৰপৰা ওলাই, টোকোৰাৰ মূৰটো কাটি এহাতে ঢাল-বান্ধ কৰি লৈ, সিহাতে খাওঁতাৰে বঙালেৰে সৈতে যুজিম।

টোকোৰা। ওঁ পাৰিবি, যদি তোৰ খোৰাভৰিৰ ওপৰত ভৰদি থিয় হৈ থাকিব পাৰ।

গজপুৰীয়া। ডেকাফুকন বোপা, সঁচাকৈয়ে তুমি মোক হাজৰিকা পাতি যুজলৈ নিবা নে?—নাই ধেমালি হে কৰিছা?

প্ৰিয়ৰাম। মই ধেমালি কৰা নাই। দেউতাই মোক এদল বণুৱাৰ সেনাপতি পাতি যুজলৈ যাবলৈ হুকুম দিছে। মই দেউতাক কৈছিলোঁ, বোলো গজপুৰীয়াকো এদল বণুৱাৰ হাজৰিকা পাতি যুজলৈ লৈ যাম। দেউতাই হাঁহি মনে মনে থাকিল, একো আপত্তি নকৰিলে। জান, গজপুৰীয়া, দেউতাক মই দোষৰবাবে ক্ষেমা প্ৰাৰ্থনা কৰি আগলৈ ভাল হম বুলি সৈ কাঢ়িলত, দেউতাই মোক ক্ষেমা কৰিলে। এতিয়া আগৰদৰে নহয়. দেউতাই মোক ভাল পাইছে। এতিয়া সেইদেখি তই, টকো, টোকোৰা সিন্ধিৰাম, জপৰা, আমি এটাইবোৰ যুজলৈ যামহঁক! মোৰ মতলব,—আমি দেউতাক দেখুৱাই দিমহঁক যে আমি লাওপানী খাই হুৰামুৰা চিয়ঁৰ বাখৰ কৰি ফুৰিব যেনেকৈ পাৰোঁ, নিজৰ দেশ ৰক্ষাৰ নিমিত্তে সেইদৰে যুজিবও পাৰোঁ।



গজপুৰীয়া। (ৰবকৈ হাঁহি আনন্দ প্ৰকাশ কৰি টিলিকিয়াই) হেঁকাই টিলিকি বাওঁ! টেকেলিয়ে টেকেলিয়ে লাওপানী খাওঁ!!

জপৰা। গজপুৰীয়া কাইৰ ইমান আনন্দটো কিহৰ বাবে হৈছে?

টোকোৰা। মৰিবলৈ পাব বুলি।

গজপুৰীয়া। ঢেইক্ কটা আপদীয়া! বোলোঁ কোন মৰিব? গজপুৰীয়া?—তহঁত ইমানবোৰ থাকোঁতে? মৰা-হজাত তহঁত হে; তাত গজপুৰীয়াক নেপায়।

সিন্ধিৰাম। তেনেহলে ইমানটো ৰং কিহৰ বাবে বা হৈছে?

প্ৰিয়ৰাম। দীৰ্ঘদৰ্শী গজপুৰীয়াৰ কথাৰ মৰ্ম্ম তহঁতৰ বুজিবৰ শকতি নাই। মই বুজিছোঁ।

সিন্ধিৰাম। কওকচোন কওক?

প্ৰিয়ৰাম। সি যুজলৈ গলে, মৰা সেনাৰ গাৰ কাপোৰ কানি ৰূপবান চুৰকৰি গোটাই আনিবলৈ পাব দেখি।

গজপুৰীয়া। ডেকাফুকন বোপা, তুমি বৰ শিয়ান। লোকৰ পেটৰ কথাটোও টানি উলিয়াব পাৰা। (এটাইকেটাই হাঁহে) কিন্তু বোপা, গজপুৰীয়ানীকো লগত লৈ যাব লাগিব।

টকো। গজপুৰীয়ানীক লগত কিয়? তেৱোঁ যুজ কৰিব নে?

প্ৰিয়ৰাম। বুজা নাই হবলা? তাই লগত নাথাকিলে, চুৰ কৰা বস্তুৰ টোপোলা কোনে বৈ আনিব? সিতো তাৰ বৰ পেটৰ ভৰতে অস্থিৰ। (এটাইকেটাই হাঁহে)

গজপুৰীয়া । ভাৰ উপৰি, মোৰ পিছে পিছে লাওপানীৰ টেকেলি লৈ ফুৰিব কোনে ? লাওপানী একোঢোকা খাই নাথাকিলে যুজিমহঁক কেনেকৈ ?

[ এটাইকেইটাই কিৰিলি মাৰি হাঁহে, আৰু "লাওপানী" "লাওপানী" কৈ চিঞৰে । ]

( গজপুৰীয়ানীৰ লাওপানী লৈ প্ৰবেশ )

গজপুৰীয়ানী । মই ডেকাফুকন বোপালৈ হে লাওপানী আনিছোঁ, তোমালোক মদাহীখনলৈ নহয় । ( প্ৰিয়ৰামলৈ চেনেহৰ চকুৰে চায় )

গজপুৰীয়া । ( গজপুৰীয়ানীৰ গুৰিলৈ উঠি গৈ পাক দি নাচি ) বোলোঁ—

ৰসৱতী কাঁচনমতী ।
ডেকাফুকনৰে ৰৱপীৰিতি ॥
গজপুৰীয়া বাহা হল ।
নফুলনৈ ভোমোৰা গল ॥

বোলোঁ সখি, গজমতি ! মোৰ প্ৰতি ইমান নিৰ্দ্দয় কিয় ? বোলোঁ সেইটি পখিলাক ধৰিব নোৱাৰ ; এই বুঢ়া বৃষভৰ পিঠিত বহি হে ডুম্ ডুম্ ডুম্ ডম্বৰু বজাবলৈ পাবি, ঠিক জানিবি ।



টকো—

"কানুৰ পীৰিতি বালিৰ বাঁধ ।
খণে হাতত জৰী, খণেকে চান্দ ॥

গজপুৰীয়া—

( এই ) বুঢ়াৰ পীৰিতি শিলৰ খুটি ।
পোতগৈ আছে পতাল ফুটি ॥

প্ৰিয়ৰাম । চুপ্ ৰও গোবৰৰ পৰ্ব্বত ! বেছিকৈ নবকিবি !

গজপুৰীয়া । এই গোবৰৰ পৰ্ব্বততেতো গজপুৰীয়ানী হেন পদুম ফুল পাহি ফুলিছে, যাক দেখি লৰা ডেকা বুঢ়া সকলোৰে মুৰ আচন্দ্ৰায় ।

টকো । ফেঁচাৰ হিংসাত টোপনিও নাই !

গজপুৰীয়া । শিয়ালে টকো গুটিও নেখায় ।

প্ৰিয়ৰাম । চুপ্ ! চুপ্ ! গজপুৰীয়ানী, তুমি ধৰি ইয়াৰ কাণ দুখন মোহাৰি দিয়াহেঁ ।

( গজপুৰীয়ানীয়ে গজপুৰীয়াৰ কাণ মলে )

গজপুৰীয়া । উস্ উস্ টান পাইছোঁ ! বোলোঁ টানকৈ নোমোহাৰিবি প্ৰিয়া ! তাৰ পৰা তেজ ওলাব ।

টোকোৰা । তেজ নোলায়, তেল ওলাব ।

টকৌ। ঠিক কথাষাৰো কব নোৱাৰ, কৰ মুৰ্খ এইখন! —লাওপানী ওলাব।

(এটাইকেইটাই হাঁহে আৰু লাওপানী খায়)

প্ৰিয়ৰাম। তেন্তে এইটো ঠিক হল যে, কাইলৈ তহঁত এটাইকেটাই যুজলৈ যাবলৈ সাজু হৈ থাকিবি। তহঁতক লৈ যাবলৈ মই সকলো বন্দবস্ত কৰি থৈছোঁ।

গজপুৰীয়া। ডেকাফুকন বোপা, মই কি পিন্ধি উৰি যাম? মোক হাজৰিকাৰ পাগ-জামা লাগে।

প্ৰিয়ৰাম। বোলো হাতীৰাম হাজৰীকা, তই বিয়া কৰাবলৈ ওলাইছ নে কি, যে তোক পাগ-জামা লাগে?

গজপুৰীয়া। কোনে জানে! মোৰ ঘৰৰ ঘৈণীজনীৰ মতি-গতি যেনেহে দেখিছোঁ, কিজানি যুজৰ পথাৰতে মোৰ ন-কৈ তেনেকুৱা কিবা বিয়া চিয়া এখনকে পাতিব লগীয়াত পৰোঁৱেই?

টকৌ। বঙালৰ বৰ হিলৈ এজনীৰে সৈতেই আমাৰ হাজৰিকাৰ বিয়া পতা যাব। সেইজনী কইনায়ে চুপ্ চুপ্‌কৈ আমাৰ হাজৰিকাৰ বৰ পেটত চুমা খাব।

[গজপুৰীয়ানীয়ে প্ৰিয়ৰামক দুখন ঠুৰীওৱা তামোল দিয়ে। দুইখন প্ৰিয়ৰামে একে বেজিয়েই মুখত সুমায়।]

টোকোৰা। (গজপুৰীয়ানীক) বোলো আমাক নিদিলা দেখোন?



সিন্ধিৰাম। আমাক নিদিলেও, আমাৰ গজপুৰীয়া কাইকো তো এখন দিব লাগিছিল।

গজপুৰীয়া। এ আমাৰ কথানো কি কবা দেওহে, বোলো সান্দহ-খোৱা বালি তল যায় যায় হৈছে।

টোকোৰা। তল যাব খোজা নাই, বালিৰ ওপৰ চাপৰি হে পৰিব খুজিছে।

প্ৰিয়ৰাম। (থুত কুৰিয়াই মুখৰ তামোল পেলাই) বোলো আজি তামোলত কিহৰ গোন্ধ? কিবা পোক-তোক আছিল হবলা।

টোকোৰা। পোক কত থাকিবি, আছিল যদি মৰম আছিল।

টকৌ। মৰমৰ আছুদিও হব পাৰে।

(গজপুৰীয়ানীৰ মুখ ৰঙা পৰে)

প্ৰিয়ৰাম। পানী এলোটা আনাচোন, বেগতে মুখখন ধুই পেলাওঁ, কিবা খৰক্ খৰক্‌কৈ দাঁতত লাগিছে, চুণত বালি কি শামুকৰ চোকোৰা আছিল হবলা।

(গজপুৰীয়ানীয়ে পানী আনি দিয়ে, প্ৰিয়ৰামে মুখ ধোৱে)

গজপুৰীয়া। নতুন মৰমৰ চোক বেছি। সেইদেখি ডাকিলে।

(টকৌৱে গায়)—

ন মৰমৰ নতুন চোকে
জিভা ডাকি যায়।
পুৰণি চেনেহ পকা ৰহিৰ

সমান কতো নাই ॥
নিৰাশ নহবা পুৰণি প্ৰেমধৰ,
কুঁহিয়াৰ-বাৰীৰ গিৰী ।
ভগা চকোৱা ৰাতি লোৰ্ৰা
( আকৌ ) মৰমৰ দেখিবা চিৰী ॥

প্ৰিয়ৰাম। আজিলৈ আমাৰ সবাহ ভাগিল । কাইলৈ সকলো যাবলৈ সাজু হৈ থাকিবি ।

গজপুৰীয়া। মোৰ গজপুৰীয়ানীও যাব তো ?

প্ৰিয়ৰাম। যাব ।

( টকোৰে গায় )—

গীত ।

উঠাঁ অসমীয়া উঠাঁ কাছি পাৰি ।
ৰজা প্ৰজা উঠাঁ বুকু ডাঠ কৰি ॥
অসম মাতৃৰ হকে কৰোঁ ৰণ ।
দেশ ৰক্ষা কৰোঁ কৰি প্ৰাণপণ ॥

( এটাইকেটাই উঠি গায় )

বঙালক বঙালক বঙালক মাৰোঁ ।
বঙালক সোণকোহ নৈ পাৰ কৰোঁ ॥
জয় ৰাম বোলা ; জয় হৰি বোলা ;



জয় জয় হৰি ।
খেদি নিওঁ বঙালক খেদি নিওঁ বঙালক,
আহ, আহ, দূৰ কৰি ॥

[গজপুৰীয়ানীৰ বাহিৰে আন কেজনৰ প্ৰস্থান ।

গজপুৰীয়ানী। (স্বগত) মোৰ আহুদিত জেঙাহে লাগিল। তামোলৰ আহুদিয়ে নেফাপিলে। পানীত দিব পৰা আহুদিহে সুবিধা হব। আলতী বাইৰ ওচৰলৈ যাওঁ, এইবাৰ লাও-পানীত গম নেপোৱাকৈ মিহলাই দিব পৰা এটা জুলিয়া আহুদি খুজি আনি থওঁ।

প্ৰস্থান ।

———

## দ্বিতীয় দৰ্শন ।

স্থান—বাঁহবাৰীৰ যুদ্ধক্ষেত্ৰ ।
কাল—যুদ্ধৰ ঠিক আগতে ।

লাচিত বৰফুকন, ভকত ৰাম ওজা, আৰু যুদ্ধলৈ সাজু হৈ থকা সৈন্যবোৰ।

বৰফুকন। ( সৈন্যবোৰলৈ চাই ) বণুৱাসকল! স্বৰ্গদেৱৰ আজ্ঞাত আমি আমাৰ আসামদেশ শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে এই যুদ্ধ কৰিবলৈ আহিছোঁ। এতিয়া আমি ভয় ভ্ৰান্তি আৰু আন-চিন্তা ভাবনা সকলোকে পৰিহাৰ কৰি আমাৰ কৰ্ত্তব্য সাধন কৰিব লাগে। ঈশ্বৰে আমাক জয় যুক্ত কৰিব। সমুখ যুদ্ধলৈ আগবাঢ়াহঁক!

( সৈন্যবোৰে একেলগে হৈধ্বনি দিয়ে )— জয় স্বৰ্গদেও চক্ৰধ্বজ সিংহৰ জয়! জয় লাচিত বৰফুকনৰ জয়! জয় অসম মাতৃৰ জয়! জয় ৰাম বোলা! জয় হৰি বোলা!

ভকতৰাম ওজা। আগবাঢ়ি আহি সৈন্যবোৰৰ ফালে চাই, সুৰধৰি গায় )—

অসমৰ যোদ্ধাসৱ শুনা মোৰ বাণী
স্বদেশ স্বধৰ্ম্ম ৰক্ষা কৰিয়ো ঐসানি ॥
একো একো বীৰ তোৰা পৰ্ব্বত পবায়।
আছোক যৱন দেখি শমনো ডৰায় ॥
আগবাঢ়া শত্ৰুনাশা কৰি মসিমুৰ।



বিপক্ষ বাহিনী এতিক্ষণে হোক চুৰ ॥
পদৰ ভৰত মহী হোক টলমল।
দিল্লিৰ পাটচাৰ সেনা যাওক ৰসাতল ॥
তোমাসাৰ সুতীক্ষ্ণ শনাইত অস্ত্ৰ-ঘাৱে।
উষ্ণীষে সহিতে মুণ্ড উৰোক ইঠাৱে ॥
প্ৰচণ্ড বায়ুৱে উৰায় তাল বৃক্ষ মুণ্ড।
সেহিমতে শত্ৰু সেনা কৰা লণ্ডভণ্ড ॥
দেৱৰ নিবাস ইটো কামপীঠ ভূমি।
তোৰা সব বীৰ আত আছাঁহা জনমি ॥
দেখোক প্ৰতাপ আজি সুৰাসুৰ লোকে।
অসমৰ যশ যাওক বৈকুণ্ঠ গোলোকে ॥
ম'ঘা-সিংহাসন আউৰংজীবৰ লৰোক।
আতঙ্কত পাটচাৰ নিদ্ৰা নাআসোক ॥
উজীৰ নাজীৰ চুবাদাৰ সৱে বসি।
বখানক অসমৰ বীৰ্য্য বিমৰিষি ॥
দেৱাঙ্গনাসৱে শিৰে বৰষোক ফুল।
"জয় জয় আসাম!" দুন্দুভি কৰোক ৰোল ॥
হয়গ্ৰীৱ মাধৱে গ্ৰাবাক তুল ৰঙ্গে।
আনন্দে হেঁসনি পাৰি মিলোক প্ৰসঙ্গে ॥
কামাখ্যা গিৰিৰ উৰ্চ্চ শিখৰৰপৰা।
বহিয়া আসোক আশীৰবাদৰ নিজৰা ॥

উমানন্দে মহানন্দে ত্ৰিশূলক ধৰি।
তাণ্ডৱ কৰোক নৃত্য বম বম কৰি॥
সন্ধ্যাচল পৰ্ব্বতত বসি সূৰ্য্যদেৱে।
অস্তমিত শত্ৰুবীৰ্য্য সংহৰিয়া লৱে॥
ৰুধিৰ লোতকে তিতে পশ্চিম গগন।
দেখাঁ দেখাঁ হেৰা অসমৰ যোদ্ধাগণ॥
শুভক্ষণ ইটো আসি মিলিছে সাক্ষাত।
হুঙ্কৰ ছাড়িয়া শত্ৰু কৰাঁহা নিপাত॥

( সেনাবিলাকে উত্ৰাৱল হৈ হৈ-ধ্বনি দিয়ে )

জয় চক্ৰধ্বজ সিংহ সৰ্গদেৱৰ জয়! জয় লাচিত বৰফুকনৰ জয়! জয় আসামৰ জয়! জয় হৰি বোলা! জয় ৰাম বোলাঁ!

———



## তৃতীয় দৰ্শন।

স্থান— গুৱাহাটী, বৰফুকনৰ কোঠ, ঘৰৰ ভিতৰ।
কাল—ৰাতি,যুদ্ধৰ পিছত।
( লাচিত বৰফুকন আৰু প্ৰিয়ৰাম )

লাচিত। বোপা প্ৰিয়ৰাম, আজিহে তোৰে সৈতে মোৰ পিতা-পুত্ৰৰ সমন্ধ ঘটিল। তোৰ বীৰত্ব, তোৰ সাহ, তোৰ যুদ্ধ কৌশল, দেখি মই পৰম সন্তোষ পাইছোঁ। আজি হে মোৰ মনৰ দুখ গুচিল। ইমান দিন ভাবিছিলোঁ, ভাল আমৰ পুলি বকৰাণিত গজিছিলি বুলি, আজি দেখিলোঁ সি নহয়। ঈশ্বৰে তোৰ মঙ্গল কৰক। তোৰ গৰ্ভধাৰিণী মাৰৰ গৰ্ভকষ্ট সাৰ্থক। [ প্ৰিয়ৰামে দেউতাকক আঠুকাঢ়ি সেৱা কৰে। ] তোৰ মাৰলৈ তোৰ বীৰত্বৰ কথা লেখি মই চিঠি পঠিয়াইছোঁ। মাৰে শুনি বৰ সন্তোষ পাব। বোপা, আমাৰ বংশ দুখীয়া অৱস্থাৰ পৰা উঠা। সেই-দেখি আমোদ আহলাদতে সময় কটোৱাটো আমাৰ বংশৰ উপযুক্ত কাৰ্য্য নহয়। তই নিজেই দেখিছ, দিনেৰাতিয়ে মই কি পৰিশ্ৰম কৰোঁ। আমাৰ বংশক ভিকহু নগণ্য অৱস্থাৰপৰা তোৰ ককাৰে কেনেকৈ ডাঙৰ কৰি সকলোৰে শিৰৰ মুকুট কৰিলে, তই ভালকৈ নাজানিব পাৰ, সেইদেখি তাৰ বৃত্তান্ত চমুকৈ আজি তোৰ আগত কওঁ শুন :—লুথুৰাশন আহোম বংশত তোৰ ককাৰ মোমাই-

তামুলী বৰবৰুৱাৰ জন্ম হয়। তেওঁ অতি দৰিদ্ৰৰ সন্তান আছিল। তেওঁ সৰুতে মাক বাপেকক হেৰুৱাই, অনাথ হৈ, বহুত ঠাইত ঘাগৰি, শেহত গৰগাৱঁৰ গণক এঘৰত আশ্ৰয় লৈ আছিল গৈ। তেতিয়া তেওঁৰ বয়স ২০।২৫ বছৰমান হব। পূৰ্ব্বে আসামত ৰজাৰ নগৰৰ বাহিৰে ইতৰ মানুহৰ চাপ-মৰা বাৰী নাছিল। তোৰ ৰুকাৰে নিজৰ বুদ্ধিমতে গণকৰ বাৰা মেৰাই হুন্দৰকৈ চাপ মাৰি টাটি-চকোৱা দি, এখন ফুলৰ বাগিছা কৰি, ঘৰ-বাৰীত ফু-মাৰি ভাত খাব পৰা কৰিছিল। গণকৰ ঘৰ-বাৰী তেওঁ এনে চকুত-লগা কৰিছিল যে বাটৰুৱাইও এবাৰ বৈ সেই ঘৰ-বাৰী চাই গৈছিল। এদিন বুদ্ধিস্বৰ্গনাৰায়ণ ৰজাই শেন মেলা চাবলৈ হাতীৰে সেইপিনে যাওঁতে, গণকৰ ঘৰ-বাৰী তেনে বিতোপন দেখি, সেই ঘৰ-বাৰী কাৰ বুলি শুধি, গণকৰ বুলি শুনি, গণকক মতালে। ৰজাই মতোৱা শুনি গণক ভয়ত তৎনাইকিয়া হল, তেওঁ কিবা জগৰ লগালে ভাবি। গণকে কঁপিজপি আহি ৰজাৰ আগত আঠু ললত, ৰজাই তেওঁক শুধিলে— বাপু, তুমি কাৰ হতুৱাই নো তোমাৰ ঘৰ-বাৰী এনেকৈ চকুত-লগা কৰাইছা?” গণকে জনালে “স্বৰ্গদেও, বন্দাৰ ঘৰত মোমাই নামেৰে লুখুৰাশনিয়া লৰা এটা আছে, সেই বোৰ তাৰে বন।” ৰজাই মোমাইক মতাই অনালে। দেউতাৰ লোথোবা-লুথুৰি হাত ভৰি, বহল কপাল, উজ্জ্বল চকু আৰু আটিল গা দেখি ৰজাৰ তেওঁত মৰম লোমাই “লৰাটো মোক দিয়া।” বুলি গণকক কৈ ধন বস্তু দি তুষ্ট কৰি দেউতাক লগত লৈ



আহিল। ইয়াৰ পিছত ৰজাই এদিন দেউতাক কলে “মোমাই, তই গণকৰ ঘৰ-বাৰী যেনে চকুত-লগা কৰিছিলি, মোৰ ঘৰ-বাৰীও তেনে কৰি দে, মই তোৰ লগত চুকুৰি বাৰী-চোৱা দিলোঁ।” দেউতাই ৰজাৰ আজ্ঞা মতে সেই কাম কৰিবলৈ ধৰিলে। পূৰ্ব্বে নিজ হাতে বন কৰি ভাত মোকোলাই খোৱা মোমায়ে এতিয়া চুকুৰি মানুহ বাবলৈ পাইও, বৰ উছাহেৰে সেই মানুহৰ লগতে নিজ হাতেও বন কৰি ৰজাৰ ঘৰ-বাৰী ৰমক জমক কৰি পেলালে। ৰজাই দেউতাৰ কাৰ্য্য দেখি বৰ সন্তোষ পাই তেওঁক তামুলী লিগিৰাৰ বাব দিলে। ইয়াৰ পিছত তেওঁ ৰজাৰ ভিতৰ ঘৰো সজাই সুশৃঙ্খল কৰি লা-লিগিৰাক ভাগে ভাগে সিহঁতৰ বন ভগাই দি সকলো শুৱলা কৰি দিলে। তেওঁৰ সেই কাৰ্য্যত সন্তুষ্ট হৈ ৰজাই তেওঁক বৰবৰুৱাৰ খিতাপ দি মন্ত্ৰী পাতিলে। তেতিয়াৰ পৰা তেওঁ টোকোনা মোমাই গুচি মোমাইতামুলী বৰবৰুৱা নামে প্ৰখ্যাত হল। তাৰ পিছত ৰজাই তেওঁক দেশ ভাগ কৰি প্ৰজা সংস্থাপন কৰিবলৈ দিলে। তেওঁ এহেজাৰ মানুহ লগত লৈ পাটকাইৰ পৰা গুৱাহাটীলৈকে পৃথক্ পৃথকৰূপে মাটি পিয়ল কৰি নানকৰ, ব্ৰহ্মোত্তৰ, দেৱোত্তৰ, মাটি আৰু বায়তৰ মাটিৰ, সীমাৰ গোলমাল মাৰি দিলে। অৱশ্যে এইবোৰ কৰিবলৈ তেওঁৰ কেইবা-বছৰো লাগিছিল। গাৱঁপতি লৰাই পঢ়িবৰ নিমিত্তে পঢ়াশালি তেওঁ পাতি দিলে; ধোবা, নাপিত, কমাৰ, কুমাৰ, কঁহাৰ, চমাৰ আদি ব্যৱসায়ী মানুহ ঠায়ে ঠায়ে বহুৱালে; ঠাই বুজি হাট পতাই দিলে;

আৰু এখন গাৱঁৰ মানুহ আন গাৱঁলৈ বস্তু বিচাৰি যাব নলগা কৰি সকলোকে নিজ নিজ বাৰীত শস্য কৰি লবৰ নিয়ম কৰি দিলে। গাৱঁৰ সামান্য জগৰ ভাঙিবৰ নিমিত্তে গাওঁবাৰিক, বৰা, শইকীয়া, হাজৰিকা পাতি দিলে; ৰাজমন্ত্ৰীৰ শোধৰ নিমিত্তে ডাঙৰ ডাঙৰ জগৰবোৰ হে ৰাখিলে। প্ৰজাবোৰক পৰিশ্ৰমী কৰাবৰ নিমিত্তে গধূলি মাইকীজনীয়ে পতি ৪টা সূতলাহি পকাই, আৰু মতাই চালনী, কুলা, খৰাহি বৈ গাওঁবাৰিকক দেখুৱাবলৈ আজ্ঞা প্ৰচাৰ কৰি দিলে। এই আজ্ঞামতে কাৰ্য্য নেপালে, গাওঁবাৰিকে, বৰা, শইকীয়াৰ আগলৈ জগৰীয়াক নি চাইটা চাইটা কোব মাৰিবৰ নিয়ম লগাই দিলে। নগৰৰ সৌষ্ঠৱ আৰু নগৰ ৰক্ষাৰ নিমিত্তে নানা শিল্পকৰ, কঁহাৰী, বাৰুহুতি, হিলৈদাৰী প্ৰভৃতি ৰাখিলে। তেওঁ সৰু কালৰ দুখৰ কথা সুঁৱৰি অনেক দৰিদ্ৰ অনাথ মানুহক তাৰিছিল। তেওঁৰ সুশাসনৰ গুণতে প্ৰজা বৃদ্ধি হৈ পৰ্ব্বতৰ কাষলৈকে মানুহ বহি মহাসুখে নিৰাপদে কাল কটাইছিল। এতেকে বোপা প্ৰিয়ৰাম, এইটো তই নেপাহৰিবি যে তই এনেজন লোকৰ নাতি।—যাওক, সেই কথা। আজি আমি যুজত জিকিছোঁ যদিও, এনেটো ভাবিলে ভুল হব যে আমাৰ বিপদ গল। বৰং বিপদৰ আচল মাজত হে আমি এতিয়া প্ৰবেশ কৰিছোঁহঁক। ইয়াতকৈও ডাঙৰ যুজ আহিব লাগিছে। সেইদেখি বোপা তই যা, সকলোকে ক-গৈ, কোনেও যেন যুজ জিকিলোঁ বুলি গা ঢিলা নিদিয়ে। চৈয়দ চানা আৰু ফিৰুজখাঁক কাইলৈ



পুৱাই গৰগাৱঁলৈ সৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিবৰ দিহা কৰিব লাগে।

প্ৰিয়ৰাম। দেউতাৰ আদেশ মতেই কাম হব।

[ প্ৰস্থান।

---

## চতুৰ্থ দৰ্শন

স্থান—গুৱাহাটী। যুদ্ধক্ষেত্ৰ।

কাল—পুৱা।

[মৰাসৈন্যৰ শৰৰ ভিতৰত গজপুৰীয়ানীয়ে গজপুৰীয়াক বিচাৰি ফুৰে।]

গজপুৰীয়ানী। (হঠাৎ দুটা বণুৱাৰ শৱৰ ভিতৰত গজপুৰীয়াক দেখিবলৈ পাই, ৰাউচী জোৰে) অ মোৰ ভৈয়াই সোটো ঐ! মৰিলেই হবলা! (ওচৰলৈ গৈ জুমি চাই) মৰিল, ঐ! (গাত হাত দি) গা হাত ভৰি হিম যেন চেচা পৰিল, গাত সাৰ-সুৰ একো নাই ঐ! ইতিয়া নো মই কলৈ যাওঁ কি কৰোঁ ঐ! মোৰ ভৈয়াইক আৰু মই কত পাম ঐ! আৰু কাৰ নো মুখ চাই মই জিয়াই থাকিম ঐ! হেৰা ভৈয়াই, মোকো নো লগতে মাৰি নিনিলা কিয় ঐ? হে গোসাঁই মোকো মাৰি নিয়া ঐ! হে বঙালহঁত, মোকো গুলি এটা মাৰি এই খিনিতে মাৰি থহঁক ঐ! মই দেখোন থিতাতে বাৰী দুখুনী হলো ঐ! মোক নো আৰু কোনে পুহিব ঐ।

(প্ৰিয়ৰাম আৰু টকৌৰ প্ৰবেশ)

(প্ৰিয়ৰামক দেখি) হে ডেকাফুকন বোপা ডাঙৰীয়া! মোৰ নো কি গতি হব ঐ! মোৰ দেখোন গজপুৰীয়াই মোক অনাথিতি



কৰি এৰি গুচি গল ঐ! মই নো কলৈ যাওঁ, কি কৰোঁ এতিয়া, মোৰ ডেকাফুকন ডাঙৰীয়া বোপা মোক কোৰাঁচোন ঐ!

প্ৰিয়ৰাম। কি হৈছে, নাকান্দিবা, নাকান্দিবা আৰু। আমাৰ গজপুৰীয়া ৰণত মৰিল নে কি?

গজপুৰীয়ানী। নাচাই নো কিয় ডাঙৰীয়া বোপা, সেইটো মোৰ গজপুৰীয়া মৰা বণুৱা দুটাৰ মাজত পৰি মৰি আছে। মোৰ ভৈয়াই কালি আগ-ৰাতিয়েই ঢুকাল হবলা, উখহি ভীম্ভাকাৰ হল! হাত ভৰি গা শিল যেন চেচা হল!

প্ৰিয়ৰাম। (ওচৰ চাপি আহি, দাঘলকৈ হুমুনিয়াহ কাঢ়ি) হয়, আমাৰ গজপুৰীয়াই হয়।—অনেক দিন মানুহটোৰ লগত মই বং ধেমালি কৰি কটালোঁ! আৰু গজপুৰীয়াক নাপাওঁ! বপুৰাৰ গাত যত দোষকে থাওক, কিন্তু এনেটো মানুহ আৰু নহব। যদিও গজপুৰীয়া তোৰ অনেক কাৰ্য্য আচলতে কেতিয়াও মই অন্তৰেৰে সৈতে সমৰ্থন নকৰিছিলোঁ, তথাপি মুঠতে তোৰ গাত কি এটা গুণ আছিল, কি এটা আকৰ্ষণ কৰিব পৰা শক্তি আছিল কব নোৱাৰো, সেই কাৰ্য্যবোৰত মই বং পাইছিলো, তোৰ লগ এৰিব নোৱাৰিছিলো!—যা গজপুৰীয়া যা! তই স্বৰ্গলৈ যা! তই স্বদেশৰ অৰ্থে যুজত প্ৰাণ দিলি, তোৰ সুখ্যাতি সদায় থাকিব। তোক মই সঁচাসঁচিকৈয়ে সদায় ভয়াতুৰ কাপুৰুষ বুলি ভাবিছিলোঁ; এতিয়া বুজিলোঁ সেইটো মোৰ ভুল।—গজপুৰীয়ানী, তুমি আৰু শোক নকৰিবা, তোমাক চিৰকাল পোহাৰ

ভাৰ মোৰ ওপৰত থাকিল।

( গজপুৰীয়াই হঠাৎ গামুৰি দি, শৰ দুটাৰ মাজৰপৰা একে চাবেই উঠে প্ৰিয়ৰাম, গজপুৰীয়ানী আৰু টকৌ অবাক হৈ -ৰলাগি থাকে )

গজপুৰীয়া। টকৌ তই সাখী! গজপুৰীয়ানী তই সাখী থাকিলি!—ডেকাফুকন বোপাই মই কেনে সৰব-গুণী বিতোপন সাধু বীৰ পুৰুষটো, সেই সম্পৰ্কে এতিয়াই তইঁতৰ আগত ঘিবোৰ কথা কলে সেইবোৰ তইঁতে নিজ কাণেৰেই শুনিলি! তইঁত সাখী থাকিলি, পিছত যেন তেওঁ আৰু কথা সলাব নোৱাৰে। আৰু মোৰ মানুহজনীক তেওঁ চিৰকাল লৈকে পুহি-বলে গাত লৈছে সেইটোবো সাখী তইঁত থাকিলি। ইয়াৰ পিচত তেওঁ মোক মূৰ্খ, চোৰ, ডকাইত, মিছলীয়া আৰু বেয়া বুলিব নোৱাৰে, আৰু আনে বুলিলেও মই দেখিম।—তুলাপাত বা সাঁচি-পাত এখন নাইনে ইয়াত কতো, পাম তো বিচাৰ আন, মই তেওঁৰ কথাবোৰ তাত লেখি লৈ তেওঁৰ এতিয়াই চহি লওঁ, একেবাৰেই সেইবোৰ আগলৈকে পকা হৈ থাওক।

প্ৰিয়ৰাম। লাঠুৰা! ফাকিদাৰ! কাণ-কটা নিধক! তই নমৰাকৈয়ে মৰ-ভাও জুৰি পৰি আছিলি? হেৰ ধূৰ্ত্ত শিয়াল! তই এনেকুৱা কৰিছিলি কিয়?

গজপুৰীয়ানী। (গজপুৰীয়াক) সি হব নোৱাৰে। বোলো তুমি জীব নোৱাৰা, মই নিদিও জীব। অ, তামোচা পাইছা



হবলা! মোৰ ইমানখন কান্দোনকাটোন সোপাই অথলে যাব নে কি? সি হব নোৱাৰে, মই নিদিওঁ যাবলৈ। মই কেনে-জনী আজি তোমাক দেখুৱাম! মৰাঁ! মৰাঁ! বোলোঁ আকৌ এতিয়াই মৰাঁ! মৰিব লাগিব, আজি এৰণ নাই! উস্ তামোচাটো চেৰাঁইকচোন—মই ইমানখন ইনাইবিনাই কান্দিলো-কাটিলো, কান্দি-কাটি হাৰাসাস্তি হলো, এতিয়া এইদৰে এওঁ সোপাকে ভষ্ট কৰিবলৈ? অ সদায় ধেমালি কৰি কৰি চল পাইছাঁ হবলা? আৰু গজপুৰীয়ানীক বলে নোৱাৰাঁ। মই যদি আমুকী হওঁ, আজি তোমাক শুদাই নেৰোঁ। (হাতত ধৰি টানি) মৰাঁ, মৰাঁ, এতিয়া আকৌ মৰা,—মৰিবই লাগিব। উস্ চোৱাঁ-চোন, মোক লোকে সদায় পোহ-পাল দি থাকিবলৈ গাত লয়, আৰু এওঁ মৰাৰপৰা ঘপহকৰে উঠি সকলো ভষ্ট কৰে! এনে অইনাই কত দেখিছাঁ কত শুনিছাঁ।

( প্ৰিয়ৰাম আৰু টাকৌৱে মুখত কাপোৰৰ সোপা দি হাঁহে )

গজপুৰীয়া। বোলোঁ হেৰ এইজনী, তই নো কি ভয় খাইছ? ডেকাফুকন বোপাই তো তোক সদায় পুহি থাকিবলৈ গাত লৈছে—তেহেলৈ মই মৰোঁ বা নমৰোঁ। মই দেখোন এতিয়াই সেই কথাৰ সাখী ৰাখিলোঁ, তইচোন দেখিলি। কৰবাৰ আহ মোকজনী! তোৰ কান্দোন-কাটোনবোৰ অথলে যাব বুলি ভয় খাইছ কেলৈ? মইতো এবাৰ মৰিব লাগিবই; মই আকৌ মৰিলে তই এতিয়া

কন্দাবোৰেৰেই তেতিয়া কাম চলিব, আৰু ন-কৈ কান্দিব নেলাগেই। বোলোঁ তোৰ কাম সন্তাহে থাকিল।

প্ৰিয়ৰাম। বাৰু গজপুৰীয়া, কচোন তই এইদৰে মিছাকৈ মৰাৰ ভাও জুৰি মৰা মানুহৰ মাজত পৰি আছিলি কিয়? কচোন, মোক নাভাঁৰিবি।

গজপুৰীয়া। (মূৰত আঙুলি দি) বোলোঁ বুধি, বুধি; তোমালোকে গজপুৰীয়াক কম মানুহটো যেন দেখিছা নে কি? গজপুৰীয়াই বুধিৰে গোটাইখন আসাম দেশ কিনি লব পাৰে।

প্ৰিয়ৰাম। কি বুধি কৰিছিলি কচোন?

গজপুৰীয়া। শুনা তেন্তে। ইয়াকে বোলে ন-কৈ হাজৰিকাৰ থিতাপ পোৱা গজপুৰীয়াৰ কেৰামতী।—গজপুৰীয়া হাজৰিকাই এই বুঢ়া গাৰেই তেওঁৰ এহেজাৰ কাঁৰী লৈ, পাঁচ হেজাৰ মান বঙাল চিপাহীৰে তয়াময়া ৰণ কৰিছিল। গজপুৰীয়াৰ সেনাই একালৰপৰা বঙালৰ সেনাক কলাগছ কটাদি কাটি নিবলৈ ধৰিলে। বঙালৰ পাঁচ হেজাৰ চিপাহীৰ আঢ়েকুৰি মানহে বাকী আছিল গৈ, এনেতে বঙালৰ ফিৰুজখাঁ নে মৰুজখাঁ সেনাপতি, আকৌ দহ হেজাৰ চিপাহীৰে সৈতে গজপুৰীয়াৰ এহেজাৰৰ ওপৰত পৰিল। আমাৰ কাঁৰীৰা ইমানটো ডাঙৰ হেঁচা চম্ভালিব নোৱাৰি হুহকিবলৈ ধৰা দেখি, তোমাৰ গজপুৰীয়া হাজৰিকাই হাতত তৰোৱাল লৈ আগবাঢ়ি গল। বোলো সৰহ নকওঁ, পাঁচ শ বঙালক গজপুৰীয়াই অকলৈ কচু-কটা দিলে। এনেতে সেই ফিৰুজখাঁ নে মিৰুজখাঁ



গজপুৰীয়াৰ সন্মুখ হলহি। তেতিয়া গজপুৰীয়াৰ মহা আনন্দ। ফিৰুজখাঁ নে মিৰুজখাঁক নামাৰি বন্দী কৰি আমাৰ সৰ্গদেৱৰ আগত দিবলৈ তেওঁৰ ইচ্ছা হল। যেই ইচ্ছা সেই কাম। তেওঁ তাৰ বুকুত এটা ধনঞ্জয় গোৰ শোধাই দিলে। একে গোৰতে ফিৰুজখাঁ নে মিৰুজখাঁ লুটিখাই বিমুচ্ছিত হৈ পৰিল। যেই পৰা, সেই তাক ধৰি হাতীৰ ফয়েৰে বন্ধা, আৰু আমাৰ কোঠৰ ফালে পঠিওৱা। সিহঁতৰ এটা সেনাপতি সেইদৰে গজপুৰীয়া হাজৰিকাৰ হাতত পৰা দেখি, আনটো সেনাপতি চৈয়দ চেনা নে মেনাই গজপুৰীয়াৰ ফালে হুঙ্কাৰ মাৰি খেদি আহিল। সেইটোৰ লগত আৰু দহ হেজাৰ চিপাহী। তেতিয়া গজপুৰীয়াই বিমৰিষ কৰি বুজিলে যে, তেওঁ অকলৈ এই সাগৰ সঙ্কাশ বঙাল চিপাহীৰে যুজাটো সম্ভৱ নহয়; গজপুৰীয়া মহাবীৰ হলেও, তেওঁ অসাধ্য সাধন কৰিব নোৱাৰে। ইয়াকে ভাবি তেওঁ বুধি কৰি আমাৰ ফালৰ দুটা মৰা ৰণুৱাৰ মাজত সোমাই পৰিল। মূৰ্খ বঙালে তেতিয়া গজপুৰীয়াক মৰিল বুলি এৰি গুচি গল। এইটোৰেই এইখন ৰণৰ ঘাই বৃত্তান্ত।

প্ৰিয়ৰাম। হেৰ ফিৰুজখাঁৰ সৈতে দেখোন মোৰহে যুঁজ লাগিছিল, আৰু ময়েহে দেখোন তেওঁক বন্দী কৰিলোঁ। তই ফিৰুজক বন্দী কৰিবলৈ পালি কত? আৰু চৈয়দ চানাক মোৰ দেউতাই নিজ হাতে বন্দী কৰে।

গজপুৰীয়া। তাৰ আগেয়ে, তাৰ আগেয়ে।

প্রিয়ৰাম। তাৰ আগেয়ে তই ফিৰুজ আৰু চানাক পালি কত ? সিহঁতেৰে সৈতে আমি হে সিফালে গোটেই ডোখৰ কালত যুজি আছিলো ; তই তোৰ মেমেৰা, চেৰেলা, গেৰেলা, অকামিলা ঢোদ কাঁৰী কেইটা লৈ ইফালে হে আছিলি ।

গজপুৰীয়া। তাৰ আগেয়ে, তাৰ আগেয়ে ।

প্রিয়ৰাম। হেৰ টকৌ এই মিছলীয়াটোৱে কয় কি অ ? "তাৰ আগেয়ে, তাৰ আগেয়ে"—কেতিয়া ?

গজপুৰীয়া। দেখোঁ, ডেকাফুকন বোপা, তুমি বৰ লোকৰ পোৱালি, নিজেও বৰ লোক ; ইমান ডাঙৰ লোকৰ পোৱালী হৈ তুমি থিতাতে কথা সলোৱাটো জানো ভাল ? "হাতীকা দাঁত, মৰদকা বাত" বুলি কয়, মৰদৰ কথা এবাৰ মুখৰপৰা ওলালে আৰু নোসোমায়। ইয়াৰ আগতে তুমি মোৰ গুণ বখানি যিবোৰ কথা কৈছিলা, সেইবোৰ আকৌ গিলিব পাৰিবানে ? মই যে মিছলীয়া কাপুৰুষ ভয়াতুৰ নহয়, সেইটো তুমি কোৱা, মই নেলাগে এই টকৌ আৰু এইজনী গজপুৰানীয়েই নিজ কাণে শুনিছে। সেই দেখি হে মই তেতিয়াই উঠি তপতে তপতে সিহঁতক সাখী কৰিছিলো। থিতাতে তুমি আগৰ কথা সলাই মোক মিছলীয়া বুলিছা। এইবোৰ ভাল কথা নহয় একা।

প্রিয়ৰাম। ( হাঁহি ) বেছ, বেছ, ভাল, ভাল, তোৰবোৰেই হে সঁচা, আমাৰবোৰ মিছা।



( টোকোৰা আৰু সিদ্ধিৰামৰ প্ৰবেশ )

টোকোৰা আৰু সিদ্ধিৰাম! তহঁতৰ খবৰ কি ? জপৰা কলৈ গল ?

টোকোৰা। জপৰা আৰু এই সংসাৰত নাই।

প্রিয়ৰাম। কেনেকৈ ?

গজপুৰীয়া। কাতি হৈ।

প্রিয়ৰাম। চুপ্ ৰও!

টোকোৰা। যেতিয়া বঙালৰ চিপাহী আমাৰ ফালে আগবাঢ়ি আহিল, আমি পিছহুঁহকি গলোঁ। যেতিয়া সিহঁতে বেগেৰে আমাক খেদি আহিল, আমাৰ চৰ্দাৰ হাজৰিকা গজপুৰীয়াই বেগেৰে ভিৰাই ধৰি লৰ মাৰিলে। আমাৰ চৰ্দাৰ হাজৰিকাক তেনেকৈ লৰ মৰা দেখি আমাৰ মনতো ভয় সোমাল, আমি তেওঁৰ অধানৰ ৰণুৱা বোৰেও ভিৰাই ধৰি লৰ মাৰিলোহঁক। জপৰা খোৰা দেখি সি আমাৰে সৈতে সমানে লৰিব নোৱাৰি পিছপৰিল, আৰু বঙালৰ চিপাহীয়ে তাক অকলশৰীয়াকৈ পাই কাটি থলে।

গজপুৰীয়া। বৰ লাজৰ কথা যে জপৰাৰ নিচিনা এটা খোৰা মানুহক মোৰ যুজাৰুবোৰৰ ভিতৰত লোৱা হৈছিল। সেই খোৰাটোক মোৰ বাহকৰনিয়া ৰণুৱাবোৰৰ শাৰীত লোৱাটোৱেই গুৰিতে মোৰ মহা ভুল।

প্রিয়ৰাম। ( হাঁহি ) হেৰ মহাবীৰ গজপুৰীয়া হাজৰিকা! তোৰ এইখনেই মছলমানৰ চিপাহীৰে তয়াময়া ৰণ নে! এই ৰণতে

তই ফিৰুজখাঁক হকুৱাই বন্দী কৰিছিলি নে ?

গজপুৰীয়া। ডেকাফুকন বোপা, ডেকাফুকন বোপা, মোৰ কথা শুনা, তুমি সেই মিছলীয়া পলৰীয়া দুটাৰ কথাখন কেলৈ শুনিছা নো বাৰু ? তুমি তোমাৰ গজপুৰীয়াৰ বীৰত্বত সন্দেহ কৰিবলৈ, গজপুৰীয়াক বেছকৈ জানা দেখোন। ( নিজৰ আঠু দুটাত লগা ঘা দেখুৱাই ) ডাঙৰীয়া বোপা চোৱাঁ মোৰ আঠু দুটাত ফিৰুজখাঁ আৰু চৈয়দ চানাই হিলৈৰ গুৰিৰে মাৰ মৰা চিন এতিয়াও আছে।

সিন্ধিৰাম। মোৰ আগতে ইমান ডাঙৰ মিছা কথাষাৰ চলাবলৈ আহিছানে হাজৰিকাকাই ? ডেকাফুকন ডাঙৰীয়া, মই আচল কথাটো কওঁ শুনক,—বঙালে যেদি অহা দেখি আমাৰ হাজৰিকাই ভিৰাই ধৰি লৰ দিলে,—অবশ্যে তেওঁৰ পিছে পিছে ময়ো লৰি পলাইছিলোঁ। পৰ্ব্বত যেন গধুৰ সেই মানুহটো আমাৰে সৈতে লৰিব পাৰে নে ! লৰি যাওঁতে তেওঁ হামখুটি খাই পৰিল, পাৰ আঠু দুটাত ঘা লাগিল। তাৰ পিছত তেওঁ আৰু পলাই সাৰিব নোৱাৰা দেখি, দুটা মৰা ৰণুৱাৰ শৰৰ মাজত লৰালৰিকৈ সোমাই দীঘল দি পৰি মৰাৰ ভাও জুৰিলে। এয়েই আচল কথা। ইস্ মই যেন দেখা নাছিলো হে।

গজপুৰীয়া। ডেকাফুকন বোপা, দেশত আজিকালি বৰ অইনায় অধৰম হবলৈ ধৰিলে। মইনো আৰু কি মাতিম। ধৰমৰ মাত তল পৰিল, অধৰমৰ মাতে কাণৰ কণামাকৰি শৰাই



কাণ কলা কৰিলে। দিন দুপৰতে ইহঁতে এনে একোটা মিছা কথা চৰ্জ্জি উলিয়াবলৈ ধৰিলে। ( সিন্ধিৰাম আৰু টোকোৰালৈ চাই ) হেৰ তইঁতৰ মিছা-ৰেইছা আদি পাপলৈকো ভয় নাইকিয়া হলনে ? ডেকাফুকন বোপা, মোৰ সোণামুৱা বোপা, তুমি ইহঁতৰ কথা চুলি এডালৰ সমানকে পতিওৱা নাই বুলি মই জানিছোঁ।

গজপুৰীয়ানী। ( গজপুৰীয়াক ) দেখাত ইমান অইনাই অধৰম হল দেখি হে তো মই কৈছোঁ, তুমি আকো মৰা, এনে খন দেখত আৰু থাকিব নেলাগে।

গজপুৰীয়া। কিনো কেপ্‌কেপাই থাক অ এইজনীয়ে ! তোৰ কথাতে গজপুৰীয়া মৰিব নে কি ! ইমান খন দেশত আৰু মানুহ মৰিবলৈ নাইকিয়া হল হবলা। তই তোৰ গজপুৰীয়াক ইমান সস্তা পাইছ নে কি ? তই মনে মনে থাক, মনে মনে থাক, কেপ্‌কেপাই নেথাকিবি। তই কথাৰ আও-ভাও একোকে বুজ নেপাৱ। বোলো, লাওপানী আছে যদি মোক এটোপ খাবলৈ দে ভাগৰত পিয়াহত অন্তেকণ্ঠে শুকাই নিছে।—বোপা ডাঙৰীয়া, মই এই যুজ জিকা বাবে এইবাৰ বৰফুকন ডাঙৰীয়া দেউতাক কৈ মোক বকচি দিয়াব লাগিব ; মাটিবাৰী খাটপাম দিয়াব লাগিব ; লগুৱা লিগিৰী বন্দী বেটী বহতীয়া দিয়াব লাগিব। মোৰ বোপা ডাঙৰীয়া, তুমি মোৰ হকে ডাঙৰীয়া দেউতাক একাষাৰ কৈ দিলেই হব, তেখেত গুণীৰ গুণ বুজোঁতা লোক, মই জানো।

প্রিয়ৰাম। (হাঁহি) বাৰু কম যা। এতিয়া ঘৰলৈ যা।

[ গজপুৰীয়া গজপুৰায়ানীৰ প্রস্থান।

—কৰবাব ঘটীয়া শিঙবাটো।

[ প্রস্থান।

---



## পঞ্চম দর্শন।

স্থান—গৰগাওঁ। ৰজাৰ বৰচৰা।

( চক্রধ্বজসিংহ, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্রগোহাঁই, আৰু সভাসদসকল )

চক্রধ্বজ। ডাঙৰীয়াসকল, মছলমানেৰে সৈতে আমাৰ, বাঁহবাৰী, কাজলীমুখ, ইটাখলি, বৰনদীৰ মুখ, এই চাৰি ঠাইত লগা চাৰিখন যুজত আমি জিকাৰ খবৰ পাই মোৰ মনত যি আহ্লাদ হৈছে, তাক মই প্ৰকাশ কৰিব নোৱাৰোঁ। কিন্তু ইয়াৰ পিছতে বোলে গুৱাহাটীত এখন ডাঙৰ যুজ হবৰ কথা আছিল; তাৰ একো খবৰ আজিলৈকে নাপালোঁ। তাৰ নিমিত্তে মই বৰ চিন্তিত হৈ আছোঁ। যুদ্ধৰ ঠাইৰপৰা দিনৌ মানুহে বাতৰি আনিবৰ নিমিত্তে সকলো বন্ধবস্ত ইমানকৈ ঠিক থকা স্বত্বেও, আজি পাঁচ দিন দেখোন একো বাতৰি নাই।

বুঢ়াগোহাঁই। হয় স্বৰ্গদেও; মইও বৰ চিন্তাত আছোঁ।

বৰগোহাঁই। বোধকৰোঁ, ঘুৰ্ঘোৰ ৰণ লাগিছে, তাৰ ফলাফল একো নিৰ্দ্ধাৰিত হোৱা নাই দেখি বাতৰি অহা নাই।

চক্রধ্বজ। ফলাফল যেইকে নহওক, দিনৰ বাতৰি দিনে অহাটো তো উচিত; ডাঙৰীয়া, এতিয়াই আকৌ নকৈ ঘোৰ-চোৱাৰৰ ডাকৰ বন্ধবস্ত কৰক। আৰু এই কেদিনৰ খবৰৰ

ক্ৰটি হোৱা বাবে বৰং দোষীৰ দণ্ড হব লাগে।

বুঢ়াগোহাঁই। ইয়ালৈ অহাৰ আগেয়ে সেইবোৰ বন্ধবস্ত কৰা হৈছে সৰ্গদেও। একুৰী কাঠীকৰ ঘোৰচোৱাৰ নকৈ আজি পুৱাই আকৌ পঠিয়াইছোঁ।

বৰপাত্ৰগোহাঁই। সৰ্গদেও, মোৰো অনুমান হৈছে, তুমুল সংগ্ৰাম সঙ্ঘটিত হৈছে, সেইদেখি বৰফুকনে কোনো সংবাদ পঠিয়াবলৈ আহৰি পোৱা নাই। নিশ্চয় চৈয়দ চানা আৰু ফিৰুজৰ পৰিচালনাত মছলমান সৈন্যই প্ৰাণ টাকি যুদ্ধ কৰিছে। কিন্তু সৰ্গদেও, আমাৰ সৈন্যও মছলমান সৈন্যতকৈ কোনো গুণে নীহ নহয়, বৰং অনেক বিষয়ত শ্ৰেষ্ঠ বুলি মোৰ বিশ্বাস। আমাৰ আহোম সৈন্যৰ কথাই নকওঁ, সিইঁত লেখত তাকৰ হলেও মহা যুজাৰু; আমাৰ বামুণ, কলিতা, কোচ, কেওট আদি জাতৰ বণুৱা একোটাও মহাৰথীৰ নিচনা সৰ্গদেও, মই সুন্দৰকৈ জানো তাৰ উপৰি লাচিত বৰফুকন অকলৈ এক লক্ষ। এই মহাৰথীৰ বল বীৰ্য্যত সন্দেহ কৰিবলৈ একো নাই। আমাৰ লাচিত মহাবীৰ অৰ্জ্জুন। লাচিতে অকলৈ মছলমানৰ ওঠঁৰ অক্ষৌহিনীক সংহাৰ কৰিব পাৰে বুলি মোৰ বিশ্বাস।

চক্ৰধ্বজ। আপোনাৰ বাক্যই সফল হওক, ডাঙৰীয়া। কেনেবাকৈ মছলমানৰ হাতত অসমীয়াৰ পৰাজয় ঘটিব লাগিলে আৰু লাজ থবলৈ ঠাই নাইকিয়া হব। অৱশ্যে মোৰ দৃঢ়বিশ্বাস আমি জিকিম।



( দুৱৰীৰ প্ৰবেশ )

দুৱৰী। ( আঠু লৈ ) সৰ্গদেও, যুজৰ ঠাইৰপৰা লাচিত বৰফুকনৰ কটকী দুৱাৰত।

চক্ৰধ্বজ। ( ব্যস্তভাৱে ) সোনকালে মোৰ আগলৈ আন, সোনকালে আন।

[ দুৱৰীৰ প্ৰস্থান

( কটকীৰ প্ৰবেশ )

কটকী। ( আঠুলৈ ) সৰ্গদেও, লাচিত বৰফুকনে সৰ্গদেৱলৈ জনাইছে ; যে গুৱাহাটীত মছলমানেৰে সৈতে আমাৰ যি বৰ ৰণ লাগিছিল, সেই ৰণত আমাৰ জয়।

( বুঢ়াগোহাঁই, বৰগোহাঁই আদি সভাসদসকলে
আনন্দ কৰি তিনিবাৰ উচ্চৰব কৰি )

জয় সৰ্গদেও চক্ৰধ্বজসিংহৰ জয় !!!

চক্ৰধ্বজ। তাৰ পিছত ? তাৰ পিছত ?

কটকী। তাৰ পিছত সৰ্গদেও, লাচিত বৰফুকনে মছলমানৰ ফিৰুজখাঁ আৰু চৈয়দ চানাক বহুত মছলমানৰ সৈতে ধৰি বন্দী কৰিলে।

চক্ৰধ্বজ। তাৰ পিছত ?

কটকী। ফিৰুজৰ্খা আৰু চৈয়দ চানাক বৰফুকনে বন্দী কৰি গৰগাৱঁলৈ সৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিছে, দুই চাৰি দিনতে তেওঁলোক এইখিনি পাবহি সৰ্গদেও।

চক্ৰধ্বজ। সুন্দৰ কাৰ্য্য হৈছে, আৰু? আৰু?

কটকী। মছলমানৰ বিস্তৰ সেনা ৰণত পৰিল সৰ্গদেও। বন্দী কৰা বহুত মছলমানক বৰফুকনে গুৱাহাটীতে কটালে, বাকী অলপ-অচৰপ হে পলাই সাৰিল। মছলমানৰ অনেক অস্ত্ৰ শস্ত্ৰ আৰু নানা ৰকমৰ যুজৰ দ্ৰব্য বস্তু খাৰ-বাৰুদ, বৰতোপ হিলৈ আদিও আমাৰ হাতত পৰিল সৰ্গদেও।

( বৰগোহাঁই, বুঢ়াগোহাঁইক- প্ৰমুখ্য কৰি সভাসদসকলে আকৌ তিনিবাৰ উচ্চৰৱ কৰে )

—জয় চক্ৰধ্বজ সিংহৰ জয় !!!

চক্ৰধ্বজ। ঈশ্বৰে মোৰ মনস্কামনা সিদ্ধি কৰিলে। ডাঙৰীয়া সকল, আমাৰ এই জয়ৰ বাবে এই মাহৰ ভিতৰতে বিখোৱন মহোৎসৱ কৰিবলৈ যুগুত কৰি, দেওধাই, মোহন, বাইলুং সকলক আজ্ঞা দিয়া হওক। পোতাশালৰ পৰা এহেজাৰ বন্দীক মুকলি কৰি দিয়া হওক। লাচিত বৰফুকনক যথাযোগ্য মান সৎকাৰেৰে সৈতে গৰগাৱঁলৈ আদৰি অনা হওক। তেওঁৰ লৰা তিকৃতালৈ মোৰ ভঁৰালৰপৰা ধন বস্তুৰ বটাৰ সম্ভাৰ পঠিওৱা হওক। আন আন যি যি লোক এই যুজলৈ গৈছিল, সকলোকে বটা দি সন্তুষ্ট



কৰা হওক। মছলমানৰপৰা পোৱা ধনবোৰ আমাৰ সেনাবোৰৰ ভিতৰত বাঁটি দিয়া হওক। গুৱাহাটীৰফালে পাণ্ডু আৰু শৰাই ঘাটৰ কোঠ দুটা আৰু দুৰ্জ্জয় কৰি, আমি জয় কৰা অঞ্চল সুশাসন শৃঙ্খলালৈ আনিবৰ সোনকালে দিহা কৰিব লাগে, বুলি বৰফুকনলৈ লেখা হওক। গুৱাহাটীত বৰফুকনে মোৰ প্ৰতিনিধি হৈ থাকি সেই অঞ্চলত শাসন আৰু সুবন্দবস্তৰ দিহা কৰক। জয় কৰা অঞ্চলৰ মাটিৰ আৰু মানুহৰ পিয়ল কৰিবৰ দিয়া কৰা হওক। মুঠতে আমাৰ হাতলৈ অহা দেশখন যাতে আকৌ মছলমানৰ হাতত নপৰে তাৰ ভাল বন্দৱস্ত কৰা হওক।

বুঢ়াগোহাঁই। সৰ্গদেৱৰ আজ্ঞামতে সকলো কৰিবলৈ যত্ন কৰা হব।

বৰগোহাঁই। এতিয়াই প্ৰথম কাৰ্য্য হৈছে দেৱতাৰ আগত পূজা দিয়াটো।

বৰপাত্ৰগোহাঁই। হয় ডাঙৰীয়া।

চক্ৰধ্বজ। নিশ্চয়, সেইটো আগে। এতিয়াই ঢোল পিটি ৰাইজক শুনাই দিয়া হওক, আমাৰ এই মহা যুদ্ধত জয় হোৱা বাবে, সকলোৱে যেন আনন্দ উৎসৱ কৰে, গায়ন বায়ন খোল মৃদং গায় আৰু বজায়। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

আঁৰ-কাপোৰ।

---

# তৃতীয় অঙ্ক

## প্ৰথম দৰ্শন।

স্থান—গৰগাঁও। লাচিত বৰফুকনৰ ঘৰ।
কাল—আবেলি।

( চেনেহী আৰু ৰূপহী )

চেনেহী। আইতা চোৱাঁচোন ৰূপহীয়ে মোৰ “লীলামালা” পুথিখন নি কৰবাত লুকাই থৈছে গৈ, খুজিলে নিদিয়ে।

ৰূপহী। মই কিয় লুকাই থবলৈ যাম? তেওঁ নিজেই কৰবাত থৈ পাহৰিছে. পাহৰি মোৰ নামে লগাইছে।—মিছলীয়া জনী কৰবাৰ!

চেনেহী। নিশ্চয় তয়েই লুকাই থৈছ। হিংসাকুৰীয়াজনী কৰবাৰ!

ৰূপহী। তুমি হে হিংসাকুৰীয়া, মই নহওঁ।

( ৰূপহীয়ে গায় )—

চেনেহী চেনেহী তেলৰ চুপি।
শদিয়া খোৱা মৰে জুপি॥
শদিয়া আহিল বাট বুলি।
চেনেহীয়ে তুলিলে পকা চুলি॥



( চেনেহীয়ে ৰূপহীৰ পিঠিত থপা এটা মাৰে, আৰু ৰূপহীয়ে কান্দে )

( বৰফুকননীৰ প্ৰবেশ )

ফুকননী। হেৰ চেনেহী, হেৰ ৰূপহী, তহঁতক আৰু মই বলে নোৱাৰিলোঁ। আকৌ কিলাকিলি কৰিছহি? তহঁতৰ লাজ নাই? এই ঢোদাঙা ছোৱালী দুজনীয়ে মোক বলিয়া কৰিলে। এজনীৰ বয়স ষোল হবলৈ গল, এজনীৰ চৌধ হল, আজিৰ বাদে কাইলৈ শাহুৰী খাটিবলৈ যাব লাগিব, তথাপি দুইজনীৰ লৰালি নগল।

চেনেহী। তাই নো মোক তেলৰ চুপি বুলি সেইবোৰ নাম গাব কিয়?

ৰূপহী। তেওঁ নো মোক মাৰিব কিয়?

চেনেহী। গোৱাৰ পিছত হে মাৰিছোঁ।

ৰূপহী। তেওঁ নো মোক হিংসাকুৰীয়া বুলিব কিয়?

চেনেহী। তাই নো মোক মিছলীয়া বুলিব কিয়? বেছ কৰিলোঁ মাৰিলোঁ। মোক মিছলীয়া বুলিলে আকৌ মাৰিম।

( চেনেহীয়ে ৰূপহীক আকৌ মাৰিবলৈ খেদি যায়। মাকে দুইৰো মাজত সোমাই দুইকো আঁতৰাই দিয়ে। চেনেহীয়ে চকুলো টোকে। দূৰত গায়ন বায়ন আৰু ঢোলৰ মাত )

ফুকননী। ৰ চোন ৰ, তহঁতে গোলমাল নকৰিবি। সেইয়া

কিহৰ কোঢ়াল শুনচোন ? গায়ন বায়ন গাইছে কিয় ? ঢোল, খোল, মৃদং বাজিছে শুনচোন।

( শদিয়াখোৱা গোহাঁইৰ প্ৰবেশ )

( চেনেহী ৰূপহী দুয়ো লৰালৰিকৈ নিজৰ চকু মছি পলায়। )

শ, খো, গোহাঁই। আইদেউতা, আপোনাক বৰ সুখবৰ এটা দিওঁ,—বৰফুকন দেউতা যুজত জিকিল !

ফুকননী। সঁচানে ? ঈশ্বৰৰ কি অনুগ্ৰহ।

( গোসাঁইঘৰৰ ফালে আঠুকাঢ়ি সেৱা কৰে )

( উঠি ) অ সেইদেখিহে সেয়া ঢোলখোল বজাইছে হবলা ?

শ, খো, গো। এৰা সেইদেখিহে নগৰত বাদ্যভণ্ড বজাইছে ; আনন্দ উৎসৱ কৰিবলৈ হুকুম দিছে।

ফুকননী। কোৱাঁচোন কোৱাঁ, যুজৰ আৰু কি কি খবৰ আহিছে. ভালকৈ কোৱাঁ ?

শ, খো, গো। বৰফুকন দেউতাই মছলমানক পাঁচখন যুজত হৰুৱাই, সিহঁতৰ দুই সেনাপতিক ধৰি বন্দী কৰি ইয়ালৈই পঠিয়াই দিছে। মছলমানৰ চিপাহী আৰু হিলৈ আদি অনেক যুজৰ সজুলি ধন বস্তু আমাৰ হাতত পৰিছে।

ফুকননী। হেৰ আইদেওহঁত শুনাহি, তহঁতৰ দেউতাৰ যুজত জিকিল।



( চেনেহী ৰূপহীৰ লৰি প্ৰবেশ )

চেনেহী। ( শ, খো, গোহাঁইক ) এই সুখবৰ আপুনি আনিলে নে ?

শ, খো, গো। এৰা মযে তোমালোকক দিবলৈ আনিলো। মোক কি দিবা কোৱাঁ ?

চেনেহী। কি দিম কওক ?

শ, খো, গো। মোৰ ওচৰত দুয়ো বহি কথাবাৰ্ত্তা পাতি মোক ৰং দিয়া।

ৰূপহী। আপুনি এই ভাল খবৰৰ বাবে আমাক কি দিব কওক ? ৰং আপোনাৰো হৈছে নহয়।

শ, খো, গো। হৈছে, কি লাগে কোৱাঁ ?

ৰূপহী। মোক একো দিব নেলাগে। মাথোন বাইদেওক তেলৰ চুপি এটা দিয়ক।

চেনেহী। আইতা চোৱাঁ, ৰূপহীয়ে আকৌ মোৰে সৈতে লাগিছে।

ৰূপহী। খালি চুপিটো দিবলৈ মই নাই কোৱা, তাত চেনেহ ভৰাই এচুপি কৰি দিবলৈ হে কৈছোঁ।

শ, খো, গো। ( হাঁহি,—চেনেহীক ) সেইজনী অহোবলিয়া ছোৱালী, তাইৰ কথাত কোনে লাগে ?

চেনেহী। ককাইদেউৰ খবৰ কি ?

শ, খো, গো,। প্ৰিয় বোপাৰ খবৰো নিশ্চয় ভাল।

( লিগিৰী এজনীৰ প্ৰবেশ )

লিগিৰী। আইচুদেউতা, গুৱাহাটীৰ পৰা মানুহ এটা আহিছে এখন চিঠি লৈ।

বৰফুকননী। ( ব্যস্তভাৱে ) কতা ? মানুহটোক মাত চিঠিখন লৈ আহক।

(ৰূপহীয়ে লৰি গৈ মানুহটোৰ হাতৰপৰা চিঠিখন লৈ আহে। ৰূপহীয়ে চিঠিখন মেলে। মাকে ৰূপহীৰ হাতৰ পৰা চিঠিখন কাঢ়ি নি শদিয়াখোৱা গোহাঁইক পঢ়িবলৈ দিয়ে। শদিয়াখোৱা গোহাঁয়ে চিঠি পঢ়ে।)

গুৱাহাটী। শক ১৬৮৯।১৩ ফাগুন।

"কল্যাণীয়াসু,

আজি তোমাক আনন্দৰ খবৰ দিওঁ। তুমি শুনি সন্তোষ পাবা, যে মছলমানেৰে সৈতে লগা যুজ আমি জিকিলো। যুজত আমাৰ ফালৰ ভালেমান ৰণুৱা পৰিল যদিও, মছলমানৰ ফালৰ তাতকৈ দহগুণ মান সৰহ পৰিল। মছলমানৰ অনেক বৰ হিলৈ, কামায়ন আদি যুজৰ সজুলি আমাৰ হাতলৈ আহিল। মছলমানৰ দুজন ঘাই সেনাপতি ফিৰুজখাঁ আৰু চৈয়দ চানা আমাৰ হাতত



বন্দী হৈছে। ফিৰুজখাঁক যুজত কোনে বন্দী কৰিলে জানানে ? তুমি শুনি নথৈ আনন্দ পাবা যে তোমাৰ বৰ পোৰ্ৱা প্ৰিয়ৰামে। প্ৰিয়ৰামে এই যুজত যেনে সাহ আৰু বীৰত্ব দেখুৱালে, সি মোৰ সমাজিকৰো অগোচৰ। তাৰ বিষয়ে মোৰ মনৰ আগৰ সকলো আশঙ্কা গুচিল। সি তোমাৰ মান ৰাখিলে, মোৰো গৌৰৱ বাঢ়লে।

"বৰ লৰালৰি। আজিলৈ ইমানকে লেখিলোঁ। মোৰ আৰু প্ৰিয়ৰামৰ গা ভালে আছে। আশা কৰোঁ ঈশ্বৰৰ অনুগ্ৰহত তোমালোক কুশলে আছাইক। চেনেহী আৰু ৰূপহীক মোৰ আশীৰ্ব্বাদ দিবাঁ, তুমিও লবাঁ।

তোমাৰ

শ্ৰীলাচিত বৰফুকন।"

ফুকননী। (গিৰিয়েকৰ চিঠিখন শদিয়াখোৱা গোহাঁইৰ হাতৰ পৰা আনি নিজৰ মূৰত লৈ সেৱা কৰি) ঈশ্বৰৰ অনুগ্ৰহতে সকলো হৈছে। (শদিয়াখোৱা গোহাঁইক) বোপা, মই আমাৰ সত্ৰৰ গোসাঁইঘৰলৈ আগ কৰি থোৱা সোণৰ ফুল কেইপাহ, তুমি আজিয়েই সোণাৰিৰ ঘৰৰ পৰা আনি দিয়াঁ ; কাইলৈ যেন মই সত্ৰলৈ পঠিয়াই দিব পাৰোঁ। আমাৰ ঘৰৰ লগুৱা-লিগিৰা-বোৰলৈ এসোপা কাপোৰ কিনি আনি দিয়াঁ, সিইঁতক গাইপতি একোজোৰকৈ মই কাপোৰ দিম। নগৰৰ দুখীয়া মগনীয়াবোৰক

মন্তাই অনাই সিহঁতক গাইপতি চাউল আৰু কড়ি দিয়াবৰ দিহা কৰি দিয়া । একুড়ি বামুণক চাউল সিধা দিম । তাৰো দিহা কৰোৱাঁ ।

শ, খো, গো । ভাল আইদেউতা, মই এইবোৰ দিহা আজিয়েই কৰিম ।

(চোলাৰ মোনাৰপৰা জোন-বিৰিৰে স্থন্দৰ মণি এধাৰ চেনেহীৰ ডিঙিত পিন্ধাই দিয়ে ।)

দেউতাই যুজ জিকা বাবে তোমাক এই বঁটা ।

(চেনেহীয়ে অলপ লাজৰ ভাব দেখুৱায় । ৰূপহীয়ে অসন্তুষ্ট ভাৱে চায়)

হোৱাঁ ৰূপহী আইদেও, তোমালৈকো এইজোৰ ঠুৰীয়া আনিছোঁ । পিন্ধিবা ।

ৰূপহী । এতিয়া আপোনাৰ হাততে ঠুৰিয়াজোৰ থাওক, মোৰ কাণৰ বিন্ধা ডাঙৰ হলে পিন্ধিম ।

ফুকননী । ল, ল, মানুহে আদৰকৈ বস্তু দিলে লৈ শলাগ লব পায় ।

ৰূপহী । "আদৰকৈ" দিছে—লম । কিন্তু কাণৰ বিন্ধা কেৰু সোমাব পৰা হবলৈকো বাট নেচাম নে ?

ফুকননী । সোমাব ল । নোসোমায় যদি আজি কুহিলা স্থমাই থবি, তেনেহলেই কাইলৈ পিন্ধিব পাৰিবি ।



( ৰূপহীয়ে হাত পাতি কেৰুজোৰ লৈ মাকৰ হাতত দিয়ে । শদিয়া খোৱা গোহাঁই যাবলৈ উঠে )

ৰূপহী । ( শদিয়াখোৱাক ) আপুনি যাবলৈ উঠিছে । কিন্তু বাইদেওক তেলৰ চুপিটো দিবলৈ পাহৰিলে ।

শ, খো, গো । যা এই জনী আদ্ বলিয়াজনী ।

[ প্ৰস্থান ।

চেনেহী । ৰূপহী, তোৰ ভাৰী অন্যায় যে মানুহৰ আগত এইদৰে অসভ্য ব্যৱহাৰ কৰ ।

( ৰূপহীয়ে গাই লৰি পলায় । )

চেনেহী চেনেহী তেলৰ চুপি ।
শদিয়া খোৱা মৰে জুপি ॥

[ লৰি প্ৰস্থান ।

———

## দ্বিতীয় দৰ্শন ।

স্থান—দিল্লী দেৱানী-আম—আওৰেংজীব পাটচাৰ দৰবাৰ ।
কাল—আবেলি ।

( ময়ুৰ-সিংহাসনত আউবেংজীব, জয়সিংহ, ৰামসিংহ, উজীৰ, ওমৰাহসকল )

আউৰেংজীব । বৰ দুঃসংবাদ মহাৰাজ ! আসামৰ ৰজাই যুজত আমাৰ সেনাক পৰাস্ত কৰি ফিৰুজৰ্খাঁ আৰু চৈয়দ চানাক বন্দী কৰি হত্যা কৰিলে । ইয়াকে বোলে সাতখন সাগৰ সাতুৰি পাৰ হৈ শেহত গৰুখোজৰ পানীত বুৰি মৰা ।

জয়সিংহ । জাহাপনা, তেনেকুৱাই তো হৈছে ।

আউৰেংজীব । এই অপমানৰ প্ৰতিশোধ তুৰন্তে লবই লাগিব।

উজীৰ । ( মূৰদুপিয়াই ) খোদাবন্দ !

জয়সিংহ । সিংহ শুই থাকোতে, টিপচীয়ে থাপ্ মাৰি সিংহৰ দাঁতত লাগি থকা মঙহ লৈ যোৱাৰ নিচিনা হৈছে জাঁহাপনা ।

আউৰেংজীব ! হিন্দুস্থানৰ এই পূৰচুকটোৰ ফালে আমাৰ অত দিন ভালকৈ মন নিদিয়াৰ ফল ।

উজীৰ । ( মূৰদুপিয়াই ) খোদাবন্দ !

আউৰেংজীব । মহাৰাজ, এইবাৰ অকল গুৱাহাটী পুনৰ উদ্ধাৰেই নহয়, বিল্ কুল আসাম দখল ।



উজীৰ । ( মূৰ দুপিয়াই ) খোদাবন্দ !

জয়সিংহ । জাঁহাপনা, এই বৃদ্ধক আদেশ দিয়ক । অম্বৰৰ ৰজা বুঢ়া হলেও তেওঁৰ গাৰ এতিয়াও তেজ চেচা হোৱা নাই ।

আউৰেংজীব । সেইটো মই জানো মহাৰাজ । কিন্তু মহাৰাজৰ যোগ্য পুত্ৰ ৰামসিংহ থাকোতে সেই কাৰ্য্যলৈ মহাৰাজৰ যাবৰ আৱশ্যক কি ? মহাৰাজৰ পুত্ৰ ৰামসিংহৰ বীৰত্ব আৰু বিশ্বস্ততাত মোৰ সন্দেহ নাই ।

উজীৰ । ( মূৰ দুপিয়াই ) খোদাবন্দ !

জয়সিংহ । জাঁহাপনা, ৰামসিংহও মোৰে নিচিনা জাঁহাপনাৰ তাবেদাৰ !

ৰামসিংহ । ( মূৰ দুপিয়াই ) জাহাপনা !

আউৰেংজীব । ৰামসিংহ, তুমি অম্বৰাধিপতি মোৰ বিশ্বাসী বন্ধু মহাৰাজ জয়সিংহৰ যোগ্য সন্তান । মহাবীৰ মানসিংহৰ নাতি । তোমাৰ বীৰত্ব আৰু বিশ্বস্ততা মোৰ অবিদিত নাই । তোমাক মই আজি এই যুদ্ধৰ নিমিত্তে সেনাপতি পদত বৰণ কৰিলো । যথেষ্ট সৈন্য আৰু অস্ত্ৰশস্ত্ৰাদি লৈ তুমি অনতিবিলম্বে যুদ্ধযাত্ৰা কৰা । ১৮০০০ অশ্বাৰোহী, ৩০০০০ পদাতি, আৰু কামান, তোপ, বন্দুক, বাৰুদ আদি পূৰা সৰঞ্জাম তোমাৰ লগত নিয়া। ১৫০০০।২০০০০ যি পোৱা ধনুকধাৰী তুমি কোচবিহাৰৰপৰা লবা । বঙ্গদেশৰ নবাবেও যিমান চিপাহী দিব পাৰে, তোমাৰ লগত নিবা । যোদ্ধা নচৰৎখাঁ, কিৰাতসিংহবৰ্ত্তিয়া, বইৰামদেও, ৰঘুনাথসিংহ তোমাৰ লগত

যাওক। গুৱাহাটীৰ পুৰণা থানাদাৰ ৰচিতখাঁও তোমাৰ লগত যাওক ; আসাম মুলুকৰ হাল-চাল ৰচিতে ভালকৈ জানে (উজীৰলৈ চাই ) উজীৰ মোৰ যিটো এটাইতকৈ পিয়াৰৰ যুজৰ ঘোৰা আছে সেইটো সোণ-খটোৱা জিনেৰে সৈতে ৰামসিংহ সেনাপতিক দিয়া। সোণ-খটোৱা তৰোৱাল এখন ৰাজভৰালৰপৰা অনোৱাঁ, মই নিজহাতে ৰামসিংহক সেই তৰোৱাল খিলাত দিওঁ।

উজীৰ। যি আদেশ খোদাবন্দ।

জয়সিংহ। জাহাপনাৰ দয়া।

ৰামসিংহ। ( উঠি কুৰ্ণিচ কৰি ) জাহাপনাৰ আমাৰ প্ৰতি পৰম দয়া। জাহাপনাৰ আদেশ বান্দাই পালন কৰিবলৈ এই প্ৰাণ থাকোতে ত্ৰুটী নকৰে।

আউৰেংজীৱ। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

---



## তৃতীয় দৰ্শন।

স্থান—গৰগাঁও। ৰজাৰ ৰৰচৰা।

কাল— আবেলি।

( চক্ৰধ্বজ সিংহ, বুঢ়াগোহাঁই, ৰৰগোহাঁই, ৰৰপাত্ৰগোহাঁই, আৰু আন আন সভাসদসকল। )

ৰৰগোহাঁই। সৰ্গদেও, মই দেখোন আগেয়েই কৈছিলোঁ যে দিল্লীৰ পাটচাক জোকাই লোৱাটো সুবিধাৰ কথা নহব। এতিয়া যি পয়োভৰেৰে পাটচাৰ সৈন্য-সামন্ত আকৌ আমাৰ দেশৰ ফালে আহিছে, এইবাৰ আমি ৰক্ষা পৰিলেহে পৰা।

ৰৰপাত্ৰগোহাঁই। হয় সৰ্গদেও !

ৰৰগোহাঁই। পাটচাৰ সাগৰ সঙ্কাশ সেনাৰ সমুখ হবলৈ আমাৰ দেশত ইমান বণুৱা কত ? আৰু খৰচ কৰিবলৈ আমাৰ ইমান ধনেই বা কত সৰ্গদেও ?

চক্ৰধ্বজ। ৰৰগোহাঁই ডাঙৰীয়া! আপুনি যে কৈছে আমি পাটচাক জোকাই লোৱা বুলি, সেইটো আপোনাৰ ভুল। আমি জোকাই লোৱা নাই, পাটচাই হে আমাক জোকাই লৈছে। আমি আমাৰ দেশ ৰক্ষাৰ নিমিত্তে হে, নিজৰ প্ৰাণ, মান ধন, সম্পত্তি লৰা তিৰুতা ৰক্ষাৰ নিমিত্তে হে যুদ্ধ কৰিছোঁ আৰু কৰিমো। সেই কাৰ্য্যত মৰিলেও মৰাটো গৌৰৱ আৰু সুখৰ

মৃত্যু ; জীলেও গৌৰৱ আৰু সুখৰ জীৱন। দিল্লীৰ পাটচাৰ গোলাম হৈ আসামৰ ৰজাই ৰাজত্ব কৰি থাকিবলৈ আকাঙ্ক্ষা নকৰে ; ডাঙৰীয়াসকল! এইটো মোৰ খাতাং কথা জানিব। এতিয়া আপোনাসকলৰ কৰ্ত্তব্য,—আপোনাসকল সকলোৱে মিলি কান্ধ পতাটো ; বেয়া হল ভাল হল বিচাৰ কৰি কালক্ষেপ কৰাটো নহয়। আপোনাসকলে এতিলো বিলম্ব নকৰি মছল-মানেৰে সৈতে যুজ কৰিবলৈ সাজু হৈ ওলাওক। মোৰ আদেশ, আপোনাসকল সকলো ফুকন বৰুৱাই নিজ নিজ খেলৰ কাঁৰী ৰণুৱাবিলাকেৰে সৈতে অনতিবিলম্বে গুৱাহাটীলৈ গৈ, বৰ সেনা-পতি লাচিত বৰফুকনৰ আজ্ঞানুবৰ্ত্তী হওক। মোৰ এই আদেশ সকলোকে শুনাই দিয়া হওক। আৰু বৰফুকনলৈ লেখি দিয়া হওক যে বাৰিষা নপৰে মানে যাতে পাটচাৰ সেনাৰে সৈতে আমাৰ ৰণ নলগাকৈ ৰাখিব পাৰে, তাৰ বুধি কৰক ; কাৰণ বাৰিষ পৰিলেই আমাৰ সুবিধা।

বুঢ়াগোহাঁই। সৰ্গদেৱৰ আজ্ঞামতেই সকলো কাৰ্য্য হব।

চক্ৰধ্বজ। আমাৰ উজনি দেশত ২০ বছৰ বয়সৰপৰা ৪০ বছৰ বয়সলৈকে যতবোৰ মতা মানুহ আছে, ( বামুণ আৰু মহন্তৰ বাহিৰে ) সকলোবোৰৰে লেখ লৈ কাকত কৰা হওক। সেই বোৰৰ ভিতৰৰ সুস্থ আৰু বলী চাই চাই মানুহ বাছিলৈ সেই বোৰক হিলৈ, কাঁৰ, যাঠি, দা ইত্যাদিৰে ভালকৈ যুজ কৰিবলৈ শিকোৱা হওক। যদি যুজ দীৰ্ঘকাল স্থায়ী হয়, আমি যেন



ইফালৰপৰা তালৈ জাকে জাকে ৰণুৱা পঠিয়াই থাকিব পাৰোঁ। তাৰ উপৰি আমাৰ এই ফালৰ ৰাজ্য ৰক্ষা কৰিবলৈকো, আৰু সিফালে যোৱা ৰণুৱাৰ ঠাই পূৰাবলৈকো ৰণুৱা লাগি থাকিব। সম্প্ৰতি ৰাইলৈ আমাৰ গৰগাঁৱতে মানুহৰ লেখ কৰিবলৈ ধৰি কাৰ্য্য আৰম্ভ কৰা হওক। মোৰ বাহৰতে বাৰকুৰি লিগিৰা আছে ; ইমানবোৰ লিগিৰাৰ বিশেষ কোনো কাম নাই, ইহঁতৰে এদল হিলৈদাৰী ৰণুৱা প্ৰস্তুত কৰিব লাগে। খেলে খেলে কমাৰক টানিহুকুম শুনাই দিয়া হওক, যে সম্প্ৰতি সিহঁতে হিলৈ, কামায়ণ, বৰতোপ আদি যুজৰ অস্ত্ৰ গঢ়াৰ বাহিৰে যেন আন একো কাম নকৰে। কাঁৰীবোৰৰ লৰা তিকতাবোৰেও যেন দিনে ৰাতিয়ে ধেনু কাঁৰ চোঁচে। মুঠতে যুজৰ সজুলি আৰু যুজাৰু প্ৰস্তুত কৰাৰ বাহিৰে এতিয়া আমাৰ আন একো কাম নাই।

বুঢ়াগোহাঁই। যি, আদেশ সৰ্গদেৱ।

চক্ৰধ্বজ। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

---

## চতুৰ্থ দৰ্শন।

স্থান—গুৱাহাটী। লাচিত বৰফুকনৰ চৰা।

কাল—পুৱাবেলা।

(বৰফুকন অকলৈ চৰাতে বহি কিবা ভাবি আছে। দুটা কোটোৱালে গজপুৰীয়ানীক ধৰি আনে।)

বৰফুকন। কোটোৱালহঁত, এইজনী কাক ধৰি আনিছ ?

১ম কোটোৱাল। দেউতা, এই জনী উজনি গৰগাৱঁৰ মানুহ হেনো ; যুজৰ সময়ত তাইৰ গিৰিয়েকেৰে সৈতে তাই হেনো এই ফাললৈ আহিছে। তাইৰ গিৰিয়েক হেনো এহেজাৰ ৰণুৱাৰ ওপৰত হাজৰিকা। তাইৰ কথা সঁচা বুলি আমাৰ মনে নধৰে। এইৰ ঘৰত ভালেমান "চোৰাই মাল" ওলাইছে দেউতা।—চিপাহীৰ চোলা, পাগুৰী, টুপি, কমৰ-বন্ধ, কটিসূত্ৰ ৰূপৰ আৰু পিতলৰ টেমা, সোণৰ আঙঠি, পচিমীয়া মতা মানুহে পিন্ধা কাণৰ কঁৰীয়া, পাটচাৰ নামৰ মোহৰ মৰা ৰূপ, ইত্যাদি। এইবোৰ বস্তু তাই কৰপৰা পালে বুলি শুধিলে, তাই কিবা বেবেৰিবাং কথা কয়, আমি একো বুজিব নোৱাৰোঁ। দেখাতেই তাই এইবোৰ যুজৰ চিপাহীৰ চুৰ কৰা বস্তু।

গজপুৰীয়ানী। (কোটোৱালক) কোনটো চিপাহীৰ বস্তু হেৰ কোনটো চিপাহীৰ বস্তু ?



২য় কোটোৱাল। যুজত মৰা চিপাহীৰ বস্তু।

গজপুৰীয়ানী। মৰা চিপাহীৰ বস্তু যদি মৰা চিপাহীৰ বস্তু ; তই জীয়া চিপাহী, তোৰতো নহয়। দেউতাৰ আগত গোচৰ দিব লাগে যদি যাৰ বস্তু সি আহি গোচৰ দিয়কহি, তই দিবৰ কোন ? (বৰফুকনলৈ চাই আঠুকাঢ়ি হাতজুৰি) ডাঙৰীয়া দেউতা, ধৰ্ম্মৰ ৰজা, পৃথিবীৰ গৰাকী! মই বৰ মানুহৰ পৰিবাৰ ডাঙৰ লোকৰ ঘৈণী ; পৰদেশত মোৰ মৰ-ভেশ হৈছে দেউতা! নহলে মোক এইদৰে ইহঁতে ধৰি আনি লঘু কৰে! দেউতা পৃথিবীৰ গৰাকী, অনাথৰ নাথ, ৰজা-পাটচা! দেউতাই এই দুখুনী অনাথিনীৰ এই গোচৰৰ বিচাৰ নকৰিলে আৰু কোনে কৰিব দেউতা ?

বৰফুকন। হেৰ তোৰ গিৰিয়েৰৰ নাম কি ?

গজপুৰিয়ানী। দেউতা, তেওঁকে গজপুৰীয়া সেনাপতি শইকিয়া বোলে। উজনিত গজপুৰীয়াক ৰজাৰপৰা প্ৰজালৈকে নজনা মানুহ নাই, দেউতা ঈশ্বৰ! তেনেজনৰ তিৰুতাৰ পৰদেশত কেলেহুৱা কোটোৱালৰ হাতত এই দশা! যিজন লোকৰ, বৰুৱা ফুকন ডা-ডাঙৰীয়াবে সদায় লেনদেন, কাৰবাৰ, মিলজোল, সেইজনৰ ঘৈণীয়েকক ইহঁতে এনেকৈ এই বঙালৰ দেশত পাই লঘু কৰিছে দেউতা! (চকুলো টুকি কান্দে)।

বৰফুকন। তই সেই হাতী যেন শকত মানুহটো গজপুৰীয়াৰ ঘৈণীয়েক নে ?

গজপুৰীয়ানী । হয় দেউতা, বেটী তেখেতৰে পৰিবাৰ ।

( গজপুৰীয়াৰ প্ৰবেশ )

গজপুৰীয়া । ( আঁঠুলৈ ) দেউতা ঈশ্বৰ ! গজপুৰীয়া হাজৰিকাৰ, বিদেশত এই অপমান ! মই ঘৰত নথকাত ইহঁতে মোৰ ঘৰত অনধিকাৰ প্ৰবেশ কৰি মোৰ তিৰুতাজনীক চোৰ বুলি ধৰি আনিছে । দেউতা ঈশ্বৰ ! মই ইহঁতৰ ওপৰত দুৰ্মতৰ দাবি কৰি দেউতাৰ আগত গোচৰ কৰিছোঁ । দোহাই ধৰ্ম্মাৱতাৰ । দেউতাই বিচাৰ কৰক । দেউতাৰ অনুগ্ৰহতে আমুকাই এজেহাৰ কাঁৰীৰ ওপৰত হাজৰিকা হৈ সেনাপতিগিৰি কৰি সিদিনা যুজত হেজাৰে হেজাৰে বঙালক কচু কটাদি কাটিলো, বঙালৰ সেনাপতি ফিৰুজখাঁৰ সমুখ হৈ তয়াময়া ৰণ কৰি তাক গৰুৰ পঘাৰে বান্ধি খুন্দি তহিলং কৰিলো ; এনেটোৰ ঘৈণীয়েকৰ গাত আজি কুকুৰ কন্দলী কোটোৱালে হাত লগায় মোৰ ঈশ্বৰ ! দেউতা বন্দীয়ে ইহঁতৰ ওপৰত দহ হেজাৰ ৰূপৰ দাবি কৰি দেউতাৰ ওচৰত দুৰ্মতৰ গোচৰ এতিয়াই ৰুজু কৰিলোঁ । দেউতা প্ৰজাপালক, ধৰ্ম্মৱাতাৰ, সেই গোচৰ দেউতাই শুধিব লাগে । দোহাই ধৰ্ম্মাৱতাৰ !

[ প্ৰিয়ৰামৰ প্ৰবেশ ।

বৰবোপা, এইটো কোন তই চিনি পাৱ নে ?



প্ৰিয়ৰাম । পাওঁ দেউতা । এইটো গজপুৰীয়া হাজৰিকা । সিদিনাৰ যুজত হাজৰিকাই বৰ বিক্ৰম দেখুৱালে দেউতা ।

গজৰায়া । ডেকাফুকন বোপা দেউতাই মোৰ কথা সকলো জানে ।

( প্ৰিয়ৰামে ইঙ্গিতেৰে গজপুৰীয়াক মনে মনে থাকিবলৈ কয় । )

গজপুৰীয়ানী । ( কোটোৱালক ) পোক-লগাহঁত ? শুন হেৰ শুন !

বৰফুকন । সেইজনী ইয়াৰে ঘৈণীয়েক নে ?

প্ৰিয়ৰাম । হয় দেউতা । দেউতাক জনাই মই এই গজপুৰীয়াকে এহেজাৰ কাঁৰীৰ ওপৰত হাজৰিকা পাতি লৈ আহিছিলোঁ ।

গজপুৰীয়ানী । ( কোটোৱালক ) হতচিৰীহোৱাহঁত ! মই কাৰ ঘৈণীয়েক শুনিলি এতিয়া ?

গজপুৰীয়া । ( ঘৈণীয়েকক ) তই মনে মনে থাক ।

গজপুৰীয়ানী । ( কোটোৱালক ) শুনিলি, গৰিহাখোৱাহঁত ? বোলোঁ শুনিলি এতিয়া ? তহঁতে কাৰ ঘৈণীয়েকক চোৰ বুলি ধৰি আনিছিলি অ ?

বৰফুকন । ( হাঁহি ) মই সকলো বুজিলোঁ । কোটোৱাল, এইক তাইৰ ঘৰত থৈ আহগৈ । তাইক তহঁতে আৰু দিগদাৰি নকৰিবিহঁক । যা ।

[ কোটোৱাল আৰু গজপুৰীয়ানীৰ প্ৰস্থান ।

হেৰ গজপুৰীয়া হাজৰিকা, তই নো কেনেকৈ ফিৰুজৰ্থাক বন্দী কৰিলি বুলিলি ? মোৰ বৰবোপা প্ৰিয়ৰামে হে কৰিছিল ?

গজৰীয়া। দেউতা ঈশ্বৰ, ময়েই প্ৰথমতে ফিৰুজক বন্দী কৰাটো সঁচা। কিন্তু সি বৰ টেঙৰ বঙাল, দেউতা। মোৰ হাতৰপৰা কেনেকৈ পুলকি গল কব নোৱাৰোঁ, কিন্তু গল। ডেকাফুকন ডাঙৰীয়াৰ হাতত বন্দী হোৱাটোও সঁচা। এতেকে দেউতা ঈশ্বৰ, তাক বন্দী কৰাৰ মান্যৰ ভাগ এই দুখীয়ায়ো পাব পাবে। এই বঙালবোৰ বৰ টেঙৰ দেউতা ঈশ্বৰ। দুখীয়া মানুহৰ হাতত বন্দী হোৱাতকৈ বৰলোকৰ হাতত বন্দী হোৱাটো বৰ মানৰ কথা বুলি সিহঁতে বৰ জানে দেউতা ঈশ্বৰ। নতুবা মই দুখীয়াৰ হাতত বন্দী হৈও, ফিৰুজে পুলকি গৈ আকৌ বৰলোকৰ হাতত বন্দী হলগৈ কিয় মোৰ দেউতা ঈশ্বৰ।

বৰফুকন। ( হাঁহি ) বুজিলোঁ এতিয়া। তই বৰ টেঙৰ বুঢ়া।

গজপুৰীয়া। হয় দেউতা ঈশ্বৰ, মোৰ বুঢ়া বুলি অখ্যাতি এটা আজিকালি ওলাইছে ; মোৰ ঘৰৰ ঘৈণীজনীয়েও মোক বুঢ়া বুলি পেলনীয়া কৰিবলৈ ধৰিছে। দেউতাইও এতিয়া মোক বুঢ়া বুলিলে। মই কিন্তু বুঢ়া হোৱা নাই দেউতা ঈশ্বৰ। আৰু দেউতা ঈশ্বৰ, মোৰ নিচিনা হোজা মানুহ এটা এই অঞ্চলতে নাই। নহলে মোক বঙালে ধৰি আঠুত, পিঠিত, হাতত, ভৰিত, যতে পায় ততে তৰোৱালৰ আগেৰে খুচিবলৈ নেপালেহেঁতেন। মোৰ তলতীয়া চিপাদাৰ, হাৱলদাৰ টকৰু টোকোৰাইঁতে বঙালৰ



গোন্ধ পায়েই পলাই ফাট মাৰিলে দেউতা। মই চিধা মানুহ দেখি যুজ কৰি মৰিমুজি "ঘাইল" হলোঁ।

( বৰফুকনে গজপুৰীয়াৰ কথা শুনি মিচিক্ মিচিক্ কৰি হাঁহে )

প্ৰিয়ৰাম। হৈছে, আৰু তোৰ বক্তৃতা নালাগে। যা এতিয়া। বাৰু আকৌ এইবাৰ যুজত তই কি কৰ দেখা যাব।

গজপুৰীয়া। পাটচাৰ ৰামসিংহ সেনাপতি আহিছে বুলি শুনিছোঁ, ৰামচিং মোৰ ভাগত পৰিল, ডেকাফুকন বোপা ডাঙৰীয়া! আপোনাসকলে ৰামচিঙক নুছুবই, মই আগেয়ে কৈ থলোঁ। ( বৰফুকনক—হাত জুৰি ) দেউতা ঈশ্বৰ! এইবাৰ ৰামচিং সেনাপতিক বন্দীয়ে ধৰি হাতে ভৰিয়ে লোৰ শিকলিৰে বান্ধি দেউতাৰ চৰণত পেলাই দি বৰ্কাচ লমেই লম।

বৰফুকন। ( হঁহি ) বাৰু লৰি যা।

[ গজপুৰীয়াৰ প্ৰস্থান।

আঁৰ-কাপোৰ।

---

# চতুর্থ অঙ্ক।

## প্ৰথম দৰ্শন।

স্থান—গৰগাওঁ। ৰজাৰ ৰৰচৰা।

কাল—আবেলি।

(চক্ৰধ্বজসিংহ আৰু সভাসদসকল। বিক্ৰম কাকতীয়ে লাচিত বৰফুকনৰপৰা অহা চিঠি এখন পঢ়ি ৰজাক শুনায়।)

শ্ৰীশ্ৰীৰাম।

শ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীমহাৰাজাধিৰাজচক্ৰধ্বজসিংহস্বধৰ্ম্ম প্ৰতিপালক গুণৈকসিন্ধুযশোৰাশিবিমণ্ডিত, শত্ৰুক্ষয়কাৰী, প্ৰবলপ্ৰতাপপৰিদীপ্তোজ্জ্বলতেজস্বৰ্গদেৱমহামহোগ্ৰপ্ৰতাপেষু—

পৰং সমাচাৰ এহি। ইতি পূৰ্ব্বে দূত মুখে স্বৰ্গদেৱৰ আজ্ঞা শুনি আৰু পত্ৰ পাঠ কৰি, পাটচাৰ সেনাপতি ৰামসিংহৰে সৈতে কৰিবৰ নিমিত্তে যুদ্ধৰ সকলো আয়োজন সমাপন কৰা হৈছে। স্বৰ্গদেৱৰ আজ্ঞামতে ৰামসিংহৰ ওচৰলৈ কটকী পঠিয়াই তেওঁৰ আগমনৰ উদ্দেশ্য কি শুধি পঠোৱা হৈছে। গুৱাহাটীৰ কেইও-ফালে যি গৰ আছিল, তাক ভালকৈ মেৰামত কৰি দৃঢ় কৰা



হৈছে। গৰৰ ঠায়ে ঠায়ে সেনাপতিবিলাকৰ কোঠ বহুওৱা হৈছে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে,—অমৰাজুৰিৰপৰা পাণ্ডুলৈকে গুঁইমেলা বৰগোহাঁই ফুকনক, খহোৱা বুকুজৰপৰা কামাখ্যাৰ পশ্চিম খট্‌খটিলৈকে ৰাইদঙীয়া ৰাজখোৱাক, দুৱাৰ-গৰিলাত দোলাকাষৰীয়া বৰুৱা লাটুমক, পাৰঘোপাৰপৰা ধেনুখাবোৱালৈকে বাৰুকিয়াল বৰগোহাঁইক, গোটা আলিৰপৰা অসুৰৰ আলিৰ মূৰলৈকে নেওগ হাজৰিকাক, অসুৰৰ আলিত কমলাবৰীয়া গোহাঁই ফুকনক, অসুৰৰ আলিৰ দক্ষিণ পৰ্ব্বতত মৰঙ্গিখোৱা বৰচেটিয়াক, উষাহৰণ পৰ্ব্বতত জাতিচন্দন গোহাঁইক, ওভোতাশিমলুৰ বাটত শলগুৰীয়া ৰাজখোৱা চক্ৰপাণীক থৈ, লগত ৰীতিমতে সৈন্যসামন্ত দি, প্ৰতি বাৰ বেওঁৰে একোটা বৰহিলৈ বা বৰতোপ পতা হৈছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে,—জুৰিয়াৰপৰা শৰাইঘাটলৈকে বৰ অভয়পুৰীয়া ৰাজখোৱা শেন গোহাঁইক, শৰাইঘাটত মাজু অভয়পুৰীয়া ৰাজখোৱা, লঠিয়া-পৰ্ব্বতত বাঁহগৰীয়া বুঢ়াগোহাঁইক, লঠিয়াৰপৰা চিলা পৰ্ব্বতলৈকে মিৰি সন্দিকৈ ফুকন আৰু নেওগ হাজৰিকাক, সেন্দুৰীঘোপাৰ পৰা খৰাঘৰীয়া আলিলৈকে দিহিঙ্গীয়া ৰাজখোৱাক, ৰংমহলত পেলন চাৰিঙ্গীয়া ফুকনক, ৰংমহলপৰা কানাই বৰশীবোৱা শিল-লৈকে ধলাগোহাঁই গজপুৰীয়া ৰাজখোৱাক, চাহবুৰুজত ৰূপ সন্দিকৈক, কুকুৱাত বৰপাত্ৰগোহাঁই আৰু ৰাইদঙীয়া ৰাজখোৱাক থৈ, নিয়মমতে সৈন্যসামন্ত দি, কোঠ পাতি বাৰ বেওঁৰে বাৰ বেওঁৰে একোটা বৰহিলৈ বহুৱা হৈছে। কামায়ন টোৱা, জুমুৰ, গঠীয়া-

জুম্বুৰ, কেচাই, পহলঙ্গি, পাথৰ-কলাই যত যি লাগে, দি সৈন্য-বিলাকক সাজু কৰি থোৱা হৈছে। ব্ৰহ্মপুত্ৰৰ পানীত, উত্তৰ পাৰে দিহিঙ্গীয়া ৰাজখোৱাক আৰু বুঢ়াগোহাঁই ফুকনক, দক্ষিণ পাৰে শলগুৰীয়া ৰাজখোৱা, টঙচু ৰাজখোৱা আৰু কলঙ্গু নেওগক ৰখা হৈছে। সৰ্গদেৱৰ বন্দী সপুত্ৰে ইটাখুলিৰ নামনিত আছোঁ।

এতিয়া ঈশ্বৰৰ ইচ্ছাৰ ওপৰত ফলাফলৰ ভাৰ।

স্বৰ্গদেৱৰ বিশ্বাসী ভৃত্য
শ্ৰীলাচিত বৰফুকন।"

চক্ৰধ্বজ। নিশ্চয় ইশ্বৰৰ ওপৰত এতিয়া সকলো নিৰ্ভৰ।

(দুৱৰীৰ প্ৰবেশ)

দুৱৰী। (আঠুলৈ) সৰ্গদেও ঈশ্বৰ, দুটা টেকেলাই এটা মানুহক ধৰি লৈ আহিছে। সিহঁতে তাক সৰ্গদেৱৰ আগলৈ আনিব খোজে।

চক্ৰধ্বজ। আনক।

[দুৱৰীৰ প্ৰস্থান।

(দুটা টেকেলা আৰু এটা ডেকালৰাৰ প্ৰবেশ। টেকেলা দুটাই তাক ধৰি আনে।)

কি হল? ইয়াক ধৰি আনিছ কিয়?



টেকেলা। (আঠু লৈ) সৰ্গদেও ঈশ্বৰ, ই কাঁৰীৰ লেখৰপৰা বাহিৰত থাকিবৰ বুধি কৰি চৈধ্য বছৰীয়া বুলি কৈছিল। ইয়াৰ এনে দুষ্টালি বুধি সৰ্গদেও, ই চুৰিয়াকে নিপিন্ধিছিল; এতিয়াহে আমি ইয়াক চুৰিয়া পিন্ধাই ইয়ালৈ আনিছোঁ। সেইদেখি ইয়াক ধৰি অনা হৈছে সৰ্গদেও ঈশ্বৰ! এনেকৈ ফাকি দি থকা আমি আৰু গোটাচেৰেক পাইছোঁ। দুটা-চাইটাক ধৰি আনি শাস্তি নিদিলে নহয় বুলি বন্দীহঁতে ভাবিছোঁ, সৰ্গদেও।

চক্ৰধ্বজ। (ডেকালৰাটোক) হেৰ তোৰ বয়স কিমান?

ডেকালৰা। (আঠুকাঢ়ি, কান্দি কান্দি) চৈধ্য বছৰ, সৰ্গদেও ঈশ্বৰ!

চক্ৰধ্বজ। (মিচিকিয়াই হাঁহি) অৱশ্যে তাতে ৬।৭ বছৰ যোগ দি চৈধ্য বছৰ। (টেকেলাক) ইয়াক চমতাৰে ৪ কোব মাৰি কাঁৰীৰ লেখত সুমাই দে। আৰু যাক যাক এনেকুৱা পাবি ধৰি লৈ আহিবি।

টেকেলা। যি আদেশ সৰ্গদেও ঈশ্বৰ।

চক্ৰধ্বজ। আজিলৈ সভা ভঙ্গ কৰা গল।

[প্ৰস্থান।

## দ্বিতীয় দৰ্শন।

স্থান—গুৱালকুচিৰ নামনি—ৰামসিংহৰ কোঠ।

কাল—পুৱা।

( ৰামসিংহ, নচৰৎখাঁ, ৰাইৰামদেও, ৰচিতখাঁ, আৰু বৰফুকনৰ কটকী )

ৰামসিংহ। দূত, তোমাৰ মালিক লাচিত বৰফুকনে মোলৈ শুধি পঠিয়াছে যে মোৰ আসাম দেশলৈ এইদৰে অহাৰ উদ্দেশ্য কি? তুমি কবা গৈ যে, পূৰ্ব্বে আলিয়াৰখাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল, সেই সন্ধিত, অসুৰৰ আলি আৰু বৰনদীকে অসম ৰাজ্য আৰু মছলমান ৰাজ্যৰ সীমা বন্ধা হৈছিল। সেই সন্ধিমতে গুৱাহাটী আমাৰ বাদশ্যাৰ ৰাজ্যৰ ভিতৰ। এতেকে গুৱাহাটী তেওঁলোকে আমাক এৰি দিয়ক। নহলে, "দুই-ঘৰীমান যুজিও চাব পাৰে। আৰু তালৈকো যদি তেওঁলোকৰ তীৰ বন্দুক নাই, তেও আমাক খুজিলেও আমি দিব পাৰোঁ।"—কি বোলাঁ নচৰৎখাঁ?

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) জোনাব!

ৰামসিংহ। দূত, আৰু কবা, তেওঁলোক হিন্দুস্থানৰ চুক এটাৰ গাটত সোমাই আছে। সেইদেখি দিল্লীৰ বাদস্বাৰ প্ৰতাপৰ খবৰ তেওঁলোকে একো নাৰাখে। তেওঁলোকক গাটৰ ভিতৰৰ-



পৰা টানি বাহিৰলৈ উলিয়াই অলপ পোহৰ দেখুৱাবৰ নিমিত্তে বাদস্বাই মোক পঠিয়াই দিছে। ৰাইৰামদেৱে হাঁহে )

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) জোনাব!

কটকী। ( চেলাম কৰি অসমীয়াতে কয় ) বোলোঁ এতিয়া গেলা গপ মাৰি থাকাহঁক, পিছত কাচুটি এৰি পলাব লগীয়া নহলেই ভাল।

ৰইৰামদেও। কি কৈছা, আমি বুজিব পৰা ভাষাত নোকোৱা কেলৈ? ভয় নকৰিবা।

কটকী। ( আকৌ অসমীয়াতে ) কৈছোঁ বোলোঁ তোমালোকৰ কাচুটিত পোন্ধ নেথাকেই; সেইদেখি লৰৰ বেগত এৰি পলাবলৈকো সুবিধা হব।

ৰামসিংহ। দূত. তুমি কি কৈছা, আমি বুজাকৈ কোৱাঁ। আমাৰ আগত একো ভয় কৰিবৰ আৱশ্যক নাই।

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) জোনাব!

কটকী। হজুৰ, মোৰ হিন্দিভাষাত বৰ দখল নাই, সেইদেখিহে মুখত আমাৰ দেশৰ মাত ওলাই পৰে; ভয় কৰি নহয়। মই হজুৰক চেলাম জনাই বিদায় হে মাগিছিলোঁ।

ৰামসিংহ। আচ্ছা যাব পাৰা।

[ কটকীৰ প্ৰস্থান।

ৰচিতখাঁ। ( ৰামসিংহক ) "জোনাৰ, আসাম মলুক্কা আদমি বৰা চয়তান।"

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) জোনাব

ৰামসিংহ। এইবাৰ মজাটো পাব নহয়। চইতানগিৰি উলিয়াই দিম। আগত ৰাৰিখা, সেইদেখি এতিয়াই আমাৰ শাস্ত্ৰে যুদ্ধ আৰম্ভ কৰি ৰাৰিখাৰ আগতে শেষ কৰিব লাগিব।

নচৰৎখাঁ। জোনাব!

---



## তৃতীয় দৰ্শন

স্থান—গৰগাওঁ। লাচিত বৰফুকনৰ ঘৰ।

কাল—আবেলি।

( চেনেহী তাঁতৰ পাটত। ৰূপহী কাষতে থিয়।

চেনেহী। চাচোন ৰূপহী, তই এইবোৰ ছিঙি ভাঙি কি কৰিলি! সূতা জোৰাওঁতে জোৰাওঁতে এতিয়া মই হাইৰাণ হব লাগিব।

ৰূপহী। কোনে কলে মই চিঙিলোঁ-ভাঙিলোঁ বুলি?

চেনেহী। তেন্তে কোনে ছিঙিলে?

ৰূপহী। কেনেকৈ কম কোনে ছিঙিলে? তুমিয়েই ছিঙিলা হবলা।

চেনেহী। তই আজিৰপৰা মোৰ তাঁতশালৰ কাষলৈ আহিলে দেখিবি মজা।

ৰূপহী। দেখিম তো মজা, শদিয়াখোৱা আহিলে।

( চেনেহীয়ে ৰূপহীক মাৰিবলৈ উঠে, ৰূপহী লৰি পলাই দুৰ পায় গৈ )

চেনেহী। বাৰু যা, তোক পাম, মোৰ হাতৰপৰা ক'ত সাৰিবি আজি?

( ৰূপহীয়ে দূৰৰপৰা যোজোনা মাতে )—

"ধান খায় সিপাৰে ।
আটিমুটি কৰে ইপাৰে ।"

( চেনেহীয়ে আকৌ তাঁতত বহি কাপোৰত গুণাৰ ফুল বাছে, ৰূপহীয়ে ভিতৰৰ পৰা ভাটো এটা ডালটোৰে সৈতে লৈ আহি পঢ়ায় )

"পঢ় বাবাজী আত্মাৰাম পঢ়—
বছৰেকেত বেণ্ডঁ, ছমাহত ঘেণ্ডঁ ।
এইজনী শিপিনী কাৰ বুকুত দিওঁ ॥

চেনেহী । (মাকক মাতে) আইতা. চোৰাঁহিচোন, ৰূপহীৰ দিগ্দাৰিত মই থাকিব নোৱাৰা হৈছোঁ !

( ৰূপহীয়ে ভাটোটো লৈ লৰ মাৰে । চেনেহীয়ে আকৌ কাপোৰত ফুল বাছে । ৰূপহীয়ে হাতত মেকুৰীপোৱালি এটা লৈ আহি মেকুৰীটোলৈ চাই দূৰৰপৰা গায় )—

মেণ্ডঁ ! নহয় নে বাৰু ?—
"ডুডাল সূতা এডালকৈ ।
লহ্ লহ্ কৰে নিয়ে বৈ ॥
বৰ বাই কেনেকুৱা কাজী ।
বেৰৰ জোলঙাই চাই পঠিয়ালোঁ,
ধৰিব নেজানে পাঁজী ॥"



চেনেহী । ( খংকৰি তাঁতৰপৰা উঠি ) আইতা, মই ৰূপহীৰ তাপত তাঁত-সূত একো বব নোৱাৰোঁ । থাকিল এইবোৰ ইয়াতে পৰি !

( ফুকননীৰ প্ৰবেশ )

ফুকননী । হেৰ ৰূপহী, তই ইমান দুষ্টালি কৰিবলৈ ধৰিছ কিয় ? নিজে তো তাঁত-সূত একো নবৱ, একো নকৰ, আৰু বাইদেৰেৰকো আমনি কৰি বব নিদিয় ?—

ৰূপহী । মই কি কৰিছোঁ ? তেওঁৰ ওচৰলৈকে মই দেখোন যোৱা নাই । মই মেকুৰীপোৱালিটোৰে সৈতে হে কথা পাতিছোঁ । ( মেকুৰীলৈ চাই ) নহয় নে বোলোঁ মেণ্ডঁ !

"মাকতকৈ জীয়েক কাজী ।
ঢেকীঠোৰাৰে বাটে পাঁজী ।
ঘৰ পুৰিলে কৰাই ভাজি ॥"

চেনেহী । দেখিছা আই, দেখিছা ?
( মাকে ৰূপহীক মাৰিবলৈ খেদি যায় । ৰূপহী লৰি পলায় ।)

( শদিয়াখোৱাৰ প্ৰবেশ )

শ, খো, গো । কি হল ? সেই বনৰীয়া ছোৱালীজনীয়ে দুষ্টালি কৰিছে হবলা ?

( চেনেহী ব্যস্তভাৱে আকৌ তাঁতশালত বহে। )

ফুকননী। আৰু নুশুধিবা বোপা, নুশুধিবা। তাই নিজেও তাঁত-সূত একো নবয় ; বায়েককো দিগ্দাৰি কৰি তৎ এৰুৱাব লাগিছে। এতিয়াই এঢকা লগাব খুজিছিলোঁ, লৰ মাৰিলে।— গুৱাহাটীৰ ফালৰ আৰু কিবা খবৰ আহিছে নে বোপা ?

শ, খো. গো। আহিছে। এইবাৰ বোলে শৰাইঘাটত ডাঙৰ যুজ লাগিবৰ যো-যা হৈছে।

চেনেহী। ঈশ্বৰে এইবাৰো আমাৰ জয় কৰিব। দেউতা আৰু ককাইদেউক যুদ্ধত ঈশ্বৰে নিৰাপদে ৰাখি আকৌ আমাৰ মাজলৈ আনি দিয়ক যেন, মই দিনে ৰাতিয়ে ঈশ্বৰৰ চৰণত এই প্ৰাৰ্থনা কৰিব লাগিছোঁ।

শ, খো, গো। ( চেনেহীৰ ওচৰলৈ গৈ ) নিশ্চয় ঈশ্বৰে তোমাৰ প্ৰাৰ্থনা শুনিব।—চাওঁ,—এইখন সুন্দৰ পাটৰ ৰিহা বৈছা। ফুলটিও সুন্দৰ হৈছে।

চেনেহী। যাওক, মিছাকৈ প্ৰশংসা নকৰিব, ভাল হোৱা নাই।

শ, খো, গো। মই মিছা প্ৰশংসাহে কৰিলোঁ ?—আই-দেউতা চাওকচোন, কেনে সুন্দৰ হৈছে !

ফুকননী। ৰূপহীয়ে তাতে আহি ঘণে-ঘণে তাইক আমনি কৰিব লাগিছে।

চেনেহী। মই নথকাত আহি ৰূপহীয়ে হাত লগাই এইডোখৰ



বেয়া কৰি গৈছিলহি। কত কষ্ট কৰিহে এতিয়া তাক ঠিক কৰিছোঁ।

( ৰূপহীৰ প্ৰবেশ )

ৰূপহী। ( দূৰৰপৰা )

“আমৰ গছত ডাব নাৰিকল।
তামোলৰ গছত বেল।
দুটা হাতীয়ে আলচখন পাতিছে,
এন্দুৰৰ গাটত মেল ॥”

ফুকননী। ( হাঁহি ) আকৌ ওলালিহি নে ?

শ, খো, গো। আহাঁ, আহাঁ ৰূপহী আইদেও, তুমিও আহাঁ, হাতীয়ে মইনা চৰাইৰে সৈতেও মেল পাতিব খুজিছে।

ৰূপহী। ( গায় )—

“লগ লৈ মৰিল বগ।
যাউতীযুগীয়া অকলশৰীয়া,
কত নো পামগৈ লগ ?”

শ, খো, গো। ইস্ আজি দেখোন যোজোনাৰ বৰ ধুম পৰি গৈছে ? পাবাঁ, পাবাঁ, লগ পাবাঁ, আহাঁ।

চেনেহী। নিজৰ বৰ বিদ্যা উলিয়াই দেখুৱাইছে।

ৰূপহী। (গায়)—

"ওৱাক নিন্দে কোৱাই।
পুঠি খলিহাক নিন্দে ভেৰ্‌পেটী মোৱাই॥"

শ, খো, গো। আহঁা আহঁা ৰূপহী আইদেও আহঁা, যো-জোনা মাতি থাকিব নেলাগে; তাতকৈ আযাৰচেৰেক নামকে গাই শুনোৱাঁহি।

ৰূপহী। যাব শুনিলে ভাল লাগিব, সেই জনক গাবলৈ নকয় কিয়?

শ, খো, গো। তোমাৰ শুনিলেই ভাল লাগিব, আহঁা গোৱাঁহি।

ফুকননী। (ৰূপহীক) নাগা নো কিয়? ওবে দিনটো বলিয়ালি কৰি ফুৰিছ, এযাৰ নাম গাবলৈ কৈছে গালে কি হয়?

ৰূপহী। (গায়)—

"ভিনিহী এ লৈ যা মোক।
ফুলৰে হাঁচটি বৈ দিম তোক॥
ফুলৰে হাঁচটি মাজতে ফটা।
ভিনিহীৰ নাকটো গুৰিতে কটা॥
শ'ৰা গছৰ সৰু সৰু পাত।
আমাৰ ভিনিহীৰ ওলোৱা দাঁত॥"



[শ, শো, গোহাঁই আৰু ফুকননীয়ে হাঁহে। চেনেহীয়ে ৰূপহীক মাৰিবলৈ উঠে। শ, খো, গোহাঁয়ে চেনেহীক হাতত ধৰি ৰখায়।]

ফুকননী। কি দুষ্ট ছোৱালীজনী! ভাল নাম এটা গাবলৈ কলোঁ, তাই গালে সেইটো! চেনেহী তয়ে এটা গা।

(চেনেহীয়ে গায়)—

গীত।

নিকুঞ্জ লতা সপোন মগন,
বাঁহীৰ অমিয়া পি।
বসন্তই বঢ়ালে সপোনৰ ৰাগি
মূৰত হাত বুলাই দি।
মলয়া বতাহে লতাটী জগালে,
মেলিলে ফুলৰ চকু।
জোনায়ে ঢালিলে সুধাৰ নিজৰা,
উপচি পৰিলে বুকু॥

শ, খো, গো,। সুন্দৰ গীতটি! কাৰ ৰচনা? আগেয়ে মই শুনা নাই।

ৰূপহী। বৃষভানু ৰাজনন্দিনীৰ।

শ, খো, গো,। কাৰ?

ৰূপহী। কলীয়াকানুৰ ৰাধাৰাণীৰ।

ফুকননী। কিনো বকে এই ঐ এই বলিয়াজনীয়ে ? কাৰ ভালকৈ নকৱ কিয় ?

ৰূপহী। ভালকৈ কৰলৈ গলে কব লাগিব,— গপতে গেলা ফুকননন্দিনীৰ।

( মাক আৰু শদিয়াখোৱা গোহাঁয়ে হাঁহে; আৰু চেনেহী ৰঙা পৰে। )

শ, খো, গো,। কি চেনেহীৰ ? এওঁ এনে সুন্দৰ গীত ৰচনা কৰিব পাৰে বুলি তো মই আগেয়ে নেজানিছিলোঁ !

ৰূপহী। পাৰে। পাৰে। আৰু কৰিছে। গাব এতিয়া। মইও পাৰোঁ ! মইও ৰচনা কৰোঁ। মই ৰচনা কৰা গীত এটা গাম নে ?

শ, খো, গো। গোৱাঁ।

( ৰূপহীয়ে গায় )—

শদিয়ালৈ নেযাবা, সত ফুল নেখাবা
কেচাপাতত নেবান্ধিবা লোণ।
উপজিয়েই বলিয়া হয় কোন ?

চেনেহী। ৰূপহী।

ৰূপহী। ভুল। শদিয়াখোৱা গোহাঁই।

শ, খো, গো,। ওপজা মানে, প্ৰথমতে পৃথিবী দেখা। আপুনি প্ৰথমতে আমাৰ ঘৰলৈ আহি এইখন পৃথিবী দেখি বলিয়া হোৱা



নাই জানো।

ফুকননী। যা এইজনী ! চোৰেহে চোৰৰ ঠেং দেখে। বলিয়াই হে বলিয়াক দেখে। তই বলিয়া, সেইদেখি লোককো বলিয়া দেখিছ।

শ, খো, গো। বাৰু তেন্তে চেনেহী, তুমি ৰচনা কৰা আৰু এটি গীত গোৱাঁচোন ? ভালকৈয়ে বলিয়া হওঁ ; ৰূপহীৰ কথাই ফলিৱাওক।

চেনেহী। সেই বলিয়ানীজনীৰ কথা আপুনি কেলৈ শুনিছে ?

শ, খো, গো,। ৰূপহীৰ সকলোবোৰ কথা মিছা নহয়। গোৱাঁ, গোৱাঁ।

ৰূপহী। যি হওক, ৰূপহীক অলপ বুজিলে তেন্তে।

ফুকননী। ( চেনেহীক ) গা, নেগাৱ নো কেলৈ ?

( চেনেহীয়ে গায় )—

( গীত )

অৰুণে বিলালে পূৰক কিৰণ,
মালতী মলয়াক মৌ।
জনম দুখুনীৰ কি আছে বিলাব ?
হিয়া হে সমল থওঁ।
মৌ-পিয়াই পিলে এবে টুপি মৌ,
আনন্দ উথলি ব'ল,

হিয়াৰ দেৱৰ চৰণ দুটীক
গীতেৰে ঢুৱাই গল।

শ, খো, গো,। কি সুন্দৰ! কি সুন্দৰ!—আইদেউতা, মই কাইলৈ যুজলৈ যাবলৈ ঠিক কৰিছোঁ। বৰফুকন দেউতালৈ লেখিছিলোঁ, তেখেতে মোক যাবলৈ অনুমতি দিছে; সৰ্গদেৱৰো হুকুম পাইছোঁ।

ফুকননী। বোপা তুমি তলে তলে এইবোৰ কেতিয়া ঠিক কৰিলা, আমি গমকে নেপালোঁ।

চেনেহী। বেছ হৈছে। শুনি মোৰ বৰ আহ্লাদ হৈছে।

ৰূপহী। মোৰো আহ্লাদ হৈছে; কাৰণ গুৱাহাটীৰ শুৱাল-কুচিৰ ফালে ভাল তেল পোৱা যায়; আহোঁতে বাইদেওলৈ এচুপি লৈ আহিব পাৰিব।

ফুকননী। যোৱাঁ বোপা যোৱাঁ! তোমালোকক ঈশ্বৰে যুদ্ধত জয়যুক্ত কৰি আনক। মই তেন্তে ডাঙৰীয়া আৰু বৰ-বোপালৈ কাঁহুদি, খাবলি আৰু বগৰিগুৰিৰ টোপোলা এটা দিম তোমাৰ লগতে।

শ, খো, গো,। দিব, মই লৈ যাম।

ৰূপহী। এইবাৰ বাইদেৱে আৰু একৰকম গীত ৰচি গাবলৈ সুবিধা ওলাল;—যাক কাইব কৰোতাসকলে বোলে বিৰহ।—অৰ্থাৎ ৰহ বাহী হৈ টেঙেচি মৰহা বা বিৰহ হোৱা।

ফুকননী।। ৰূপহী, সঁচাকৈ তই আমাক হাইৰাণ কৰিলি।



বোলোঁ মনে মনে নেথাক নে? তোৰ মুখখন ইমানকৈ লাওপাত কচুপাত হৈছে কিয়?

শ, খো, গো,। মই এতিয়া যাওঁ। কাইলৈ যোৱাৰ আগেয়ে আকৌ এবাৰ আহিম।

[ প্ৰস্থান।

ৰূপহী। নিশ্চয় আহিবলৈ নেপাহৰিব।
(চেনেহীৰ ফালে চাই গায়)—

"ভাত খাই গল তপতে তপতে;
খুটি থৈ গল চুকত।
যাবৰ বেলিকা মাত নলগালে,
কথাটো থৈ গল বুকত।"

[ প্ৰস্থান।

———

চতুৰ্থ দৰ্শন।

স্থান—গুৱাহাটী। গজপুৰীয়া থকা ঘৰ।

কাপ—সন্ধ্যা।

( প্ৰিয়ৰাম, গজপুৰীয়া, টকৌ, টোকোৰা আৰু গজপুৰীয়ানী )

প্ৰিয়ৰাম। বোলোঁ শুনিছ,—দেউতাই নজনাকৈ মই মনে মনেহে এখন্তকলৈ ইয়ালৈ আহিছোঁ। মছলমানেৰে সৈতে আকৌ যুজ লাগিল। এই যুজত জিকিলে হে জিকা। শুন গজপুৰীয়া, এই যুজত হাৰিলে তই মছলমানৰ গোলাম হব লাগিব।

গজপুৰীয়া। ( ঘৈণীয়েকক ) হেৰ গজপুৰীয়ানী, বোলোঁ বেগতে লাওপানীৰ টেকেলিটো লৈ আহ, বেগতে আন, এঢোকা খাই লওঁ, লৈ চাওঁ চোন, গজপুৰীয়াক কোন বঙালে গোলাম কৰে ?

( গজপুৰীয়ানীয়ে ফটিকাৰ টেকেলি আনি দিয়ে আৰু এটাই কেউটাই একো একো বাটিকৈ খায়। )

( টকৌয়ে গায় )—

গীত

( ১ )

আমি নহওঁ পৰাধীন,
অসম স্ব-অধীন,



বঙাল কাটি খাস্তাং কৰিম,
টাক্ ধিনা ধিন্ ধিন্!

(২)

আমি অসমীয়া জাতি,
যুজত নাইকিয়া ঘাটি,
বেলিৰ দৰে দিন পোহৰাম,
জোনৰ দৰে ৰাতি।

(৩)

আমাৰ ৰজা চক্ৰধ্বজ,
আমি প্ৰজা দিগ্‌গজ,
লাচিত ফুকন, আমাৰ ৰতন,
টাক্ ধিনা ধিন্ ধিন্।

টেকোৰা। বেছ গাইছ, বেছ গাইছ। আমাক কোনে বহতীয়া কৰে অ ?

গজপুৰীয়া। কোনে কৰে অ ?

( এটাই কেউটাই, "কোনে কৰে অ ? "বুলি একেলগে চিয়ঁৰে, আৰু লাওপানী খায় )

টোকোৰা। কৃষ্ণই কালীসৰ্পৰ হেজাৰ ফণাত উঠি নচাদি মই হেজাৰ বঙালৰ মূৰৰ পাগুৰীৰ ওপৰত উঠি নাচিম, চাবি।

টকৌ। হেজাৰ চৰাইয়ে টোকোৰা চৰাইৰ মূৰত উঠি চৰণ চলাই নচাদি নাচিব বুলি ক, তেনেহলে আৰু খেও খাব।

(টোকোৰাই মুখেৰে ফোৰোহনি মাৰে!)

প্ৰিয়ৰাম। কি কৰিছ?

টোকোৰা। মুনিয়া টকৌগুটিবোৰ ফুৰাই উৰাই দিছোঁ।

গজপুৰীয়া। ডেকাফুকন বোপা, মই অকলৈ এইখন যুজ জিকিবলৈ গাত লৈছোঁ। পাটচা-ফাটচা, উজিৰ-নাজিৰ, ৰামচিং-ধিটিংটিং, ৰচিতখাঁ-বৰাখাঁ, সোপাকে অকলৈ গজপুৰীয়াই তাৰ গজ-পেটত সুমাই থব। দে হাজৰিকানী দে, দে সেনাপতিয়না গজপুৰীয়ানী দে, তোৰ গজপুৰীয়া সেনাপতিক আকৌ এবাটি লাওপানী দে! "এইস্যা ৰৰা পেট লেকে" বঙালৰ ওপৰত পৰি এইবাৰো সোপাকে চেপি জোল কৰি পেলাম! কোনে কৈছিল—বঙালে আমাৰ অসম লব? ফুঃ! দে দে সোনকালে লাওপানী দে খাই "গৰম" হৈ লওঁ!

(এটাই কেউটাই আকৌ লাওপানী খায়।)

(টকৌয়ে গায়)—

(গীত)

সোণৰ আসামত আমাৰ জনম,
সোণৰ মাটি পানী।
আসামত মৰি ধইন হম,
আসাম আমাৰ ৰাণী।



আসামৰ আকাশ, আসামৰ বতাহ,
আসামৰ কোমল কোলা।
জনমে জনমে আমাৰ হওক,
"জয় জয় আসাম" বোলাঁ!

(এটাই কেউটাই উঠি ঘূৰি পাক দি দি গায়)—

"জয় জয় আসাম" বোলাঁ।

প্ৰিয়ৰাম। (গজপুৰীয়াক) লাঠুৰা! তই "জয় জয় আসাম বোলা" নুবুলি দেখোন "জয় জয় লাওপানী বোলা" গালি। মই জানো শুনা নাই?

গজপুৰীয়া। ভুলত। ভুলত। আকৌ গালে শুধকৈ গাম।

প্ৰিয়ৰাম। মই যাওঁ; আৰু থাকিব নোৱাৰোঁ। দেউতাই বিচাৰ লগাব। টকৌ, তই মোৰ লগত আহ।

[প্ৰস্থান।

---

## পঞ্চম দৰ্শন।

স্থান—ৰামসিংহৰ কোঠ।

কাল—পুৱা।

( ৰামসিংহৰ, ৰচিতখাঁ, নচৰৎখাঁ। )

( দুৱৰীৰ প্ৰবেশ )

দুৱৰী। হজুৰ আসাম ৰজাৰ বৰফুকনৰ ওচৰৰপৰা এখন চিঠি লৈ এজন দূত আহিছে।

ৰামসিংহ। আহিবলৈ দে।

( কটকীৰ প্ৰবেশ )

(কটকীয়ে চেলাম কৰি ৰামসিংহৰ হাতত লাচিত বৰফুকনৰ চিঠি দিয়ে। ৰামসিংহই চিঠি খুলি লগৰীয়াসকলে শুনাকৈ পঢ়ে )

"শ্ৰীশ্ৰীহৰি।

সৰ্ব্বগুণসপন্ন বৰ সেনাপতি শ্ৰীশ্ৰীযুক্ত ৰাজা ৰামসিংহ বাহাদুৰ সমীপেষু—

"সবিনয় পূৰ্ব্বক লেখন প্ৰয়োজনঞ্চ। পৰং সমাচাৰ এহি—দূত প্ৰমুখাত আপোনাৰ উচ্চাৰিত বাক্য শুনি কৃতাৰ্থ লভিলো। কিন্তু আমাক প্ৰতি আপুনি যি প্ৰস্তাৱ কৰি পঠিয়াইছে, সেই প্ৰস্তাৱ আপোনাৰ উদাৰ চৰিত্ৰৰ পৰিচায়ক যদিও, আমি তাক



গ্ৰহণ কৰিব নোৱাৰি দুখিত হলোঁ। শুনিছোঁ, আপুনি মান্ধাতা ৰাজাৰ গোষ্ঠীৰ, আৰু অম্বৰ অধিপতি ক্ষত্ৰিয়-চূড়ামণি ৰাজা জয়সিংহৰ পুত্ৰ। ইমান বৰলোকৰ পোৱালিৰ মুখত এনে সৰু কথা কেনেকৈ ওলাল ? আপুনি আমাৰে সৈতে "দুই ঘৰী মান" যে যুজিব খোজে, দুই-চাৰি বছৰ যুজিবলৈ আপোনাৰ সাহ নাইনে কি ? আৰু আমি যে আপোনাক তীৰ বন্দুক খোজাৰ কথা কৈছে, ভাল ;—এভিয়া সেইবোৰ আপোনাকে লাগিব পাৰে, সেইদেখি আপোনাৰ হাততে থাওক ; দুই-চাৰি বছৰৰ পিছত আমাক লাগিলে খোজা যাব। কিন্তু গুৱাহাটী ঈশ্বৰে আমাক দিছে, তাক মছলমানক কদাপিও এৰি দিয়া নাযায়।

"আৰু আমাক গাটৰপৰা উলিয়াই দিল্লীৰ পাটচা-সূৰ্য্যৰ যি পোহৰ দেখুৱাব খুজিছে, তাৰ বিষয়ে ইয়াকে কওঁ যে—ৰাজ-পুতনাৰ পকা বালিৰ দেশৰপৰা আপুনি ওলাই আহি, যৱনৰ গোলামী কৰি যি পোহৰ লভিছে, তাৰ ভাগ আমাক নেলাগে, কাৰণ সি আপোনাকে নাটে। আপোনালোকৰ সৈতে মিত্ৰতা স্থাপন কৰিবৰ ইচ্ছাৰেহে আমি ইয়াৰ পূৰ্ব্বে দূত পঠিয়াইছিলোঁ ; কাৰণ অনাহকতে বা অলপ কাৰণতে যুজ পাতি লৈ দুই পক্ষৰ লোকৰ ৰক্তপাত কৰাটো গৰ্হিত কাম বুলি আমি ভাবোঁ! তথাপি, অগত্যা যুজ কৰিব লাগিলেও আমি পিছহোহকা নহওঁ। ইয়াৰ আগেয়ে তাৰ চিনাকী অনেকবাৰ আপোনাৰ পাটচাই পাইও পাহৰিব নেলাগিছিল। ইতি।

শক ১৫৮৯।১৭ আহাৰ,
স্বৰ্গদেৱৰ আজ্ঞাক্ৰমে

শ্ৰীশ্ৰীলাচিত বৰফুকন।

ৰামসিংহ। ( দূৰলৈ চিঠিখন দলিমাৰি পেলাই ) দূত, তোৰ বৰফুকনক কবি, এই চিঠিৰ উত্তৰ ৰামসিংহই তৰোৱালৰ আগে-ৰেহে তেওঁৰ বুকত লেখি দিব, কাগজত নহয়। "জঙ্গলকা" বান্দৰেৰে সৈতে ৰামসিংহই চিঠি লেখালেখি নকৰে।

কটকী। ( যাবলৈ উঠি ) হজুৰ মই যাওঁ। কিন্তু হজুৰ জঙ্গলৰ বান্দৰেই হে দহমূৰীয়া ৰাৱণক মাৰিছিল, হজুৰে মছল-মানৰ তলত চাকৰী কৰিলেও, বোধহয় ৰামায়ণ পঢ়িছে, কাৰণ হজুৰ হিন্দু।

নচৰৎখাঁ। ( তৰোৱাল খুলি ) ইমান ডাঙৰ কথা! ইয়াক কাটি থওঁ।

ৰামসিংহ। ( বাধা দি ) মিঞা চাহাব, দূত অৱধ্য। ( কটকীক ) "তোম আভি যাও"।

[ কটকীৰ প্ৰস্থান।

( ৰচিতখাঁক ) মিঞা চাহাব, এতিয়াই আমি গুৱালকুচিৰ ফাললৈ যাত্ৰা কৰিম। সকলোকে হুকুম শুনাই দিয়া। মই যাওঁতে বাটত হাজোৰ দেৱালয়ত সোমাই পূজা দি গৈ আগিয়াঠুটি পৰ্ব্বতৰ কিছু নামনিত কিল্লা কৰি থাকিম। তুমি আৰু অলপ উজাই গৈ শত্ৰুৰ সৰু হিলৈয়ে ঢুকি নোপোৱা, অথচ বৰহিলৈয়ে ছেৰাই যোৱা, এনেকুৱা ঠাইত তাম্বিঘৰ তৰি কোঠ দি থাকিবা।

ৰচিতখাঁ। "যো হুকুম জোনাব!"

[ প্ৰস্থান।

আঁৰ-কাপোৰ।

———



# পঞ্চম অঙ্ক।

## প্ৰথম দৰ্শন।

স্থান—ৰচিতখাঁৰ তাম্বিঘৰ। মজলিচ্।

কাল—ৰাতি।

ৰচিতখাই বহি গুৰ গুৰিত ধপাত খাইছে। তেওঁৰ জনচেৰেক বন্ধু কাষতে। আগতে ফটিকাৰ পাত্ৰ আৰু পিয়লাবাটি। সমুখতে হাজোৰ নটীয়ে নাচগান কৰিছে। বেহেলা বজোৱাই, তবলা বজোৱাই, আৰু খুটিতাল বজোৱাই বেহেলা তবলা আৰু খুটিতাল বজাইছে।

নটীয়ে গাইছে—

( কীৰ্ত্তন )

'বঁধুৱা কি আৰ কহিব আমি
জীবনে মৰণে জনমে জনমে
প্ৰাণনাথ হৈয়ো তুমি।
তোমাৰ চৰণে আমাৰ পৰাণে
লাগিল প্ৰেমেৰ ফাঁসী।
মন প্ৰাণ দিয়ে সব সমপিয়ে
নিশ্চয় হইনু দাসী।

একুলে ওকুলে দুকুলে গোকুলে
কে আৰ আমাৰ আছে।
ৰাধা বলে আৰ শুধাইতে নাহি
দাঁড়াতে আমাৰ কাছে।"

ৰচিতখাঁ। ক্যা বাত! ক্যা বাত! লাও চিৰাজি! লাও চিৰাজি।

(মদ খায়; আৰু লগৰীয়া কেউজনেও খায়।)

নটীয়ে গায়,—

(গীত)

(যদি) প্ৰাণত নুঠিল প্ৰণয় হিল্লোল,
অন্তৰত অনুৰাগ,
প্ৰেমৰ প্ৰতিমা হিয়াত নাথাপিলা,
মিছা সেই পূজাভাগ।
আনন্দৰ লোৰে চকু নিতিতিল,
হাঁহিত অৰুণ ৰেখা,
তেন্তে প্ৰিয়তম, মিছা শ্ৰম কিয়?
আৰু মোক নিদিবা দেখা।
মৰম কৰোঁতে যদি পোৱাঁ দুখ,
মৰমে এৰক প্ৰাণ।



মৰম-ভচমত প্ৰেম উপজিব,
পুনু হিয়া লব দান।
ওৰে ৰাতি প্ৰিয় থাকিম উজাগৰে,
শোক-শৰাসন পাতি।
অন্তৰ মথক আশা নিৰাশাই,
পুৱাব দীঘল ৰাতি।

ৰচিতখাঁ। (মদৰ ৰাগিত মুৰ জোকাৰি২) "মেৰি জান খব্ চুৰট! লাও চিৰাজি! ফেৰ গাও!"

নটীয়ে গায়—

(গীত)

মৰম দোলেৰে বান্ধি দুটি ভৰি,
হেচুকি বুলিছা কটু।
চেনেহ-চাকিটি হিয়াত লুকাই,
অন্ধলা কৰিছা চকু।
খোৰা কণা কৰি দূৰলৈ ঠেলিছা!
নিঠুৰ প্ৰেমৰ বিধি।
জুইত প্ৰাণ সঁপি চগাই সুখ পায়;
তাতেই হে চগাৰ সিধি।

ৰচিতখাঁ। (মুৰ জোকাৰি) আৰে ক্যা বাত! ক্যা বাত!"

( তুৰবীৰ প্ৰবেশ )

তুৰবী । হজুৰ ! সেনাপতি ৰাজা ৰামসিংহৰ ওচৰৰপৰা হজুৰৰ কাষলৈ এজন মানুহ আহিছে । হজুৰৰ সৈতে দেখা কৰিব খোজে !

ৰচিতখাঁ । ( তুৰবীৰ কথালৈ কাণ নিদি ) "আৰে ক্যা বাত ! ক্যা বাত ! লাও চিৰাজি ! ফেৰ গাও ।"

নটীয়ে গায়—

( গীত )

( ১ )

সোণ বৰণীয়া কেতেকী ধুনীয়া,
গোন্ধত আমোল-মোল
পদুম বুলি পৰি বন্দী হল ভোমোৰা,
কি ভুল ! কি ভুল ! ভুল !

( ২ )

কণা কৈলে ৰেণু, কেনেকৈ উৰিবি,
কাঁইটে বিন্ধিলে পাৰ ।
সুখ-সৰোবৰ পাৰি দি যাওঁতে
মাজতে বুৰালি নাও !
( হেৰ ভোমোৰা ) মাজতে বুৰালি নাও !



তুৰবী । হজুৰ, সেনাপতিৰ দূতে কৈছে বেলে বৰ জৰুৰী কথা আছে, এতেকে হজুৰৰ সৈতে এতিয়াই দেখা নকৰিলে নহয় ।

ৰচিতখাঁ । ( তুৰবীক ) তাক তাৰ ৰামসিংহৰে সৈতে এতিয়াই ব্ৰহ্মপুত্ৰত বুৰাই দে !—"আচ্ছা আনে দেও ।"

[ তুৰবীৰ প্ৰস্থান ।

( দূতৰ প্ৰবেশ )

দূত । সেনাপতি ৰাজা ৰামসিংহই আপোনাক এতিয়াই লবালৰিকৈ মাতিছে ।

ৰচিতখাঁ । কোন ৰাজা ৰামসিংহ ?

দূত । প্ৰধান সেনাপতি ৰাজা ৰামসিংহ ।

ৰচিতখাঁ । তোমাৰা প্ৰধান সেনাপতিকু দৰিয়ামে গিৰাই দেও !" দিল্লীৰ বাদস্বাহে মোক মাতিছে নে নাই ক ?

দূত । বাদস্বাহ ইয়াত কত ? সেনাপতি ৰাজা ৰামসিংহহে ইয়াত আছে ।

ৰচিত । ৰাতি মই নাখাই নুশুই তোৰ সেনাপতিৰ ওচৰত হাজিৰা দিব লগীয়া হল নে ? মই তোৰ সেনাপতিৰ গোলাম নহওঁ ।—আচ্ছা, কিয় মাতিছে ?

দূত । সেনাপতি ৰামসিংহৰ কোঠত এতিয়াই অসমীয়াৰ ৰৰহিলৈৰ গুলি এটা পৰি, সেনাপতিৰ ভতিজাক মৰিল ।

ৰচিত খাঁ। ৰামসিংহক কৈ দে, তাক কবৰ দিয়ক।—অ মই ভুল কৰিছোঁ, তাক খৰ দিবলৈ ক। আচ্ছা, আভি যাও।—চিৰাজি লাও! গান গাও। (নটীক) ওহি গান গাও, গিয়া দফে যো হামকু শুনায়া—“খকটী খোণাইক”—ওহি গান।” (ৰচিতখাঁই মদ খায়)।

নটীয়ে গায়—

(গীত)

“পৰ্ব্বতে পৰ্ব্বতে বগাব পাৰোঁ মই,
লতা বগাবলৈ টান।
সৰুটী সোণাইক ভুলাব পাৰোঁ মই,
তোমাক ভুলাবলৈ টান।”

ৰচিতখা। বহুত আচ্ছা! বহুত আচ্ছা!

(ডিঙিৰ সোণৰ হাৰ খোলোকাই নটীক দিয়ে; আৰু বাৰে বাৰে মূৰ দুপিয়াই “বহুৎ আচ্ছা”, “বহুৎ আচ্ছা” কৰে।)

(দুৱৰীৰ প্ৰবেশ আৰু দুৱৰীৰ পিছে পিছে ৰামসিংহৰ ওচৰৰ পৰা দ্বিতীয়বাৰ অহা দূতৰ প্ৰবেশ।)

ৰচিতখাঁ। (দূতক) “তোম কোন হ্যায়? ক্যা মাংতা?”

দূত। ৰ্যবসেনাপতি ৰাজা ৰামসিংহৰ আদেশ, আপুনি এতিয়াই মোৰ লগতে সেনাপতিৰ ওচৰলৈ যাব লাগে।



ৰচিতখাঁ। (দূতক) “নিকালো আভি! তোমাৰা ৰামসিংহকো বোল দেও, চইতানকু মলুক মে যানেকু! হাম উস্‌কা নোকৰ নেহি।”

দূত। জোনাব! আপুনি সেনাপতিৰ হুকুম অমান্য কৰি ভাল কৰা নাই।

ৰচিতখাঁ। “তোম কোন হ্যায়’ হামকু এইস্যা বাত বোলনেকু? নিকাল! নাহি তো—(ফাকৰ পৰা তৰোৱাল উলিয়ায়)

[দূত আৰু দুৱৰীৰ প্ৰস্থান।]

“হাম ৰামসিংহকা তাবেদাৰ হোকে হিয়া নাহি লড়াই কৰেঙ্গে। লাও চিৰাজি! গাও গান।”

[পটপৰিবৰ্ত্তন।

---

## দ্বিতীয় দৰ্শন।

স্থান—ৰামসিংহৰ কোঠ।

কাল—ৰাতি।

(ৰামসিংহ, নচৰৎখাঁ, বইৰামদেও)

(দূতৰ প্ৰবেশ)

ৰামসিংহ। দূত, মিঞা ৰচিতখাঁই কি কলে? কিয় নাহিল?

দূত। তেওঁ গান বাজনা আৰু মদত মত্ত হৈ আছে হজুৰ। মই ইমানকৈ কলো—বৰ জৰুৰী, হজুৰৰ হুকুম, আহিব লাগে বুলি, কিন্তু তেওঁ উলটি টান টান কথা কলে; সেইবোৰ হজুৰৰ কাণত পেলোৱা উচিত নহয়।

ৰামসিংহ। মই বেছ বুজিছোঁ, ৰচিতখাঁৰ মতলব ভাল নহয়। আগৰে পৰা ৰচিতখাঁৰ লগত অসমীয়া মানুহৰ জনাশুনা আছে; আৰু এতিয়াও ৰচিতে অসমীয়াৰ ওচৰ চাপি কোঠ পাতি আছে। এনে বিপদৰ সময়ত মাতি পঠিয়াতো নাহিল। মই বুজিছোঁ, ৰচিতে তলে তলে শত্ৰুৰে সৈতে যোগ হবৰ মতলব কৰিছে।

ইৰামদেও। খুব সম্ভৱ হজুৰ।

চৰৎখাঁ। (মূৰ দুপিয়াই) জোনাব!

ৰাম। দূত, তই আকৌ যা, ৰচিতখাঁক ক গৈ, যে তেওঁৰ কোঠ তাৰপৰা এতিয়াই ইয়ালৈ উঠাই আনক। কবি, আউৰেং-



জীৰ বাদস্যাহৰ সেনাপতি ৰামসিংহৰ হুকুম। তথাপি যদি নুশুনে, দহজন চিপাহী তোৰ লগত যাওক, ৰচিতখাঁৰ তাম্বিঘৰাৰ ফইবোৰ কাটি তাম্বিঘৰা তুলি দে গৈ।

দূত। হজুৰৰ যি হুকুম।

[দূতৰ প্ৰস্থান

ৰামসিংহ। মিঞা নচৰৎখাঁ, আমি আৰু এইদৰে ইয়াত থকা উচিত নহয়। কাইলৈ পুৱাই অসমীয়াৰ শৰাইঘাটৰ গড় আক্ৰমণ কৰিমহঁক। তোমালোক সকলো প্ৰস্তুত হোৱাঁহঁক।

নাচৰৎখাঁ। (মূৰ দুপিয়াই) জোনাব!

---

## তৃতীয় দৰ্শন।

স্থান - গৰগাওঁ ৰজাৰ বৰচৰা।
কাল—আবেলি।

( চক্ৰধ্বজসিংহ, বৰকাকতী, দূত আৰু সভাসদসকল )

চক্ৰধ্বজ। বৰকাকতী, বৰফুকনৰ চিঠিখন পঢ়া।

( বৰকাকতীয়ে চিঠি পঢ়ে )—

"প্ৰবলপ্ৰতাপান্বিতগুণৈকসিন্ধু মহাৰাজ চক্ৰধ্বজসিংহ নৃপমণি সমীপেষু

"স্বৰ্গদেৱ,

"ইয়াৰ আগেয়ে দিনৰ ৰাতৰি দিনে সৰ্গদেওলৈ কটকীৰ মুখে পঠিয়াই আছোঁ। তাৰ দ্বাৰাই সৰ্গদেৱে চুম্বক খবৰ যদিও পাইছে, তথাপি আজি এই পত্ৰৰ দ্বাৰাই তাৰ বাহুল্য বিবৰণ সৰ্গদেৱলৈ লিখিলোঁ।

"আগেয়ে সৰ্গদেৱক ৰামসিংহ আৰু ৰচিতখাঁৰ কন্দলৰ বিষয়ে জনাইছোঁ। ৰচিতখাঁই ৰামসিংহৰ ব্যৱহাৰত মৰণান্তিক অপমান পাই বঙ্গদেশলৈ অকলৈ গুচি গল। ইপিনে ৰামসিংহই অনেক সৈন্য লৈ শৰাইঘাটত আমাৰ গৰ আক্ৰমণ কৰিলে। এই যে যুদ্ধৰ আৰম্ভ হল, ক্ৰমান্বয়ে দিনে ৰাতিয়ে অবিশ্ৰান্তভাৱে চাৰি মাহ যুদ্ধ চলিল। দুয়োপক্ষৰ অসংখ্য সেনা ৰণত পৰিল। আমাৰ সৈন্যই গৰৰ ভিতৰত থাকি যুজ কৰাৰ বাবে আমাৰ হানিতকৈ মছলমানৰ হানি অনেক হল। আমাৰ সেনাৰ বৰতোপৰ আগত হেজাৰে হেজাৰে মছলমানৰ সেনা বাগৰিলৈ ধৰিলে। অধিকাংশ স্থলত মছলমানৰ জয় অশ্বাৰোহী সেনাৰ ওপৰত নিৰ্ভৰ কৰাটো দেখিবলৈ পোৱা যায়; কিন্তু শৰাইঘাটৰ যুজত তেওঁ লোকৰ অশ্বাৰোহী সেনাৰপৰা একো লাভ নহল। চাৰিমহীয়া যুজত মছলমানৰ পদাতি সেনাবো ভালকৈ পৰালি পৰিল। ইপিনে ঘোৰ বান-বাৰিষা। আউৰংজীৱ পাটচাই ৰামসিংহৰ পদাতি সেনাৰ বল কমা বাতৰি পাই, আকৌ চৰিপখাঁ নামেৰে সেনাপতি এজনৰ তলত বহুত পদাতি সেনা কামৰূপলৈ পঠিয়ালে। সেইবোৰ আহি উপস্থিত হলত, ৰামসিংহই মৰোঁ-জীওঁ-সোঁ আধিকৈ আকৌ নতুন উৎসাহেৰে যুজ আৰম্ভ কৰিলে। কিন্তু এইবাৰো তেওঁৰ উদ্যমৰ একো ফল নধৰিলে। শৰাইঘাটৰ গৰৰ তলেদি সিন্ধি দিয়াই ৰামসিংহই তাত খাৰ ভৰোৱাই থৈছিল। সেই কথাৰ সন্তেদ পাই মই ইফালৰপৰা মাটিৰ তলেদি লোৰ কটাই তাত পানী সুমাই থৈছিলোঁ; পিছে যেতিয়া ৰামসিংহই সেই খাৰত জুই লগাই দিলে জুই নেলাগিল। ইয়াৰ পিছত আৰু ৰামসিংহই শৰাইঘাটৰ ফালে গৰ পাৰ হব পৰা আশা নেদেখি, পাণ্ডুৰ ফালে ৰাঙলীবুৰুজৰ গৰৰ তলেদি সিন্ধি কাটি তাত খাৰ ভৰাই, গৰ উৰাই দিবলৈ বুধি কৰিলে। বন্দীয়ে তলে তলে চোৰাংচোৱাৰপৰা সেই মত-

লবৰ সন্তেদ পাই, গৰ ভাগিলেই ততালিকে তাক বাটিবুটি বান্ধি তৈয়াৰ কৰিবৰ নিমিত্তে সকলো যোগাৰ যন্ত্ৰ কৰি ৰাখিলোঁ। ৰামসিংহই সিন্ধিৰ মুখৰ খাৰত জুই লগাই গৰ ভঙা মাত্ৰকতে গোটেইখন ধুৰঁলি-কুৱলি হৈ কোনোৱে কাকো নেদেখা হল। সেই সুযোগতে ভগা গৰ আমাৰ মানুহে ততালিকে বান্ধি পেলালে। ৰামসিংহই তুৰুকচোৰাৰ সৈন্যক গৰৰ ভিতৰত সুমাবলৈ যি ফন্দি পাতিছিল, সি একেবাৰেই বিফল হল। ইয়াৰ পিছত ৰামসিংহই আকৌ শৰাইঘাটৰ ফালেই গৰ পাৰ হবলৈ প্ৰাণ টাকি যত্ন কৰিলে। আমাৰ সৈন্য আৰু মছলমানৰ সৈন্য দুয়ো দলৰ ভিতৰত বিষম যুদ্ধ হল। ৰামসিংহৰ ৰাজপুত সেনাই আমাৰ কাঁৰ আৰু বৰতোপৰ গুলিৰ বাধা নগণি একে হেচোকতে গৰ পাৰ হবলৈ লৰি আহিল; আমাৰ সেনাইও অজস্ৰ গুলি বৰ্ষিবলৈ ধৰিলে। অলেখ ৰাজপুত পালোৱান যুজাৰু বাগৰি পৰিল। এনেতে দেখা গল, মৰণক ইতিকিং কৰি চাৰিটা ৰণুৱা গৰৰ ওপৰত উঠিলহি। আমাৰ সৈন্যই তৎক্ষণাৎ সিহঁতক তৰোৱালেৰে কাটি বগৰাই পেলালে। অৱশেষত ৰামসিংহই নিৰুপায় হৈ তেওঁৰ সৈন্য পিছ হোহোঁকাই নিলে। ইয়াৰ পিছত, শৰাইঘাটত থকা আমাৰ সেনাপতি মাজু অভয়াপুৰীয়া ৰাজখোৱাক জিনিবৰ আশা পৰি ত্যাগ কৰি ৰামসিংহই লঠীয়াৰ ফালে গৰ পাৰ হবৰ মনেৰে, সেই ফালে কাঁৰ গুলিয়ে ঢুকি নোপোৱা ঠাইত কোঠ মাৰিবলৈ আৰম্ভ কৰিলে। লঠিয়াত বাঁহগৰীয়া বুঢ়াগোহাঁয়ে ৰামসিংহৰ সেনাৰ আলেখ



লেখ চাই আছিল। সিহঁত কোঠ মৰাত ব্যস্ত হৈ থাকোতেই বুঢ়াগোহাঁয়ে আমাৰ সেনা ফেটাই দি সিহঁতক ছেদেলি-ভেদেলি কৰি পেলালে। তাতো ৰামসিংহৰ বহুত সেনা হানি হল। বহুত মৰিল অনেক বন্দী হল, আৰু সৰহভাগ পলাই সাৰিল। ইয়াৰ পিছত ৰামসিংহই ভাটীৰ ফালৰপৰা গুৱাহাটী লব পৰাৰ কোনো আশা নেদেখি, উজাই দৰঙ্গেদি সোমাবৰ মনেৰে দৰঙ্গৰ ফালে আগ বাঢ়িল। বন্দীয়ে তাৰ আগেয়েই সেই আশঙ্কা কৰিছিলোঁ। সেইদেখি দৰঙ্গৰ ৰাণীৰ লগত আমাৰ অনেক সেনা দি তেওঁকো সাজু কৰি ৰাখিছিলোঁ। ৰামসিংহই দৰঙ্গৰ সীমাত ভৰি দিব খোজা মাত্ৰকতে, ৰাণীয়ে মানা কৰি পঠিয়ালে। দৰঙ্গৰ সীমাতো তুমুল যুজ লাগিল, আৰু বহুত মছলমান সেনা ৰণত পৰিল। সেইখন যুজতো হাৰি, ৰামসিংহই বেজাৰ আৰু অপমান পাই মৰাৰ তুল্য হৈ, তাৰপৰা উভতি আহি এতিয়া দলিবাৰী-পচৰিয়াত কোঠ দি আছেহি। ইতি

"সৰ্গদেৱৰ ভৃত্য
শ্ৰীলাচিত বৰফুকন।"

চক্ৰধ্বজ। ঈশ্বৰৰ অনুগ্ৰহ। কিন্তু এই সুবিধা এৰি দি আমাৰ আৰু লেহেম কৰাটো উচিত নহয়। মছলমানক জিৰাবলৈ দিব নোৱাৰি; দিলেই সিহঁত আকৌ শকত হৈ উঠিব। বৰকাকতী

কাকত, কাপ, মহী আনা, এতিয়াই এই কটকীৰ হাততে বৰফুকনলৈ চিঠি লেখি দিয়া, যে আমাৰ অনতিবিলম্বে দলিবাবীৰ কোঠলৈকে আগবাঢ়ি গৈ ৰামসিংহক আক্ৰমণ কৰিব লাগে। এই কথাৰ যেন অন্যথা নহয়।

বৰকাকতীয়ে চিঠি লেখি ৰজাক পঢ়িবলৈ দিয়ে আৰু ৰজাৰ চহি লৈ কটকীৰ হাতত চিঠিখন দিয়ে।

কটকী। সৰ্গদেৱ ঈশ্বৰ, এই যুদ্ধৰ আগ দিনাই ঘটা এটি ঘটনাৰ কথা সৰ্গদেৱক জনাওঁ, কাৰণ বন্দীৰ কৰ্ত্তব্য।—গুৱাহাটীৰ পৰা তিনি ক্ৰোশমান পশ্চিমে যি গৰ বন্ধোৱা হৈছিল, বৰফুকন ডাঙৰীয়াই নিজৰ মোমায়েকক সেই গৰ বন্ধা কাম চাবলৈ নিযুক্ত কৰিছিল। মছলমানৰ সৈন্য তেতিয়া আগিয়াঠুটিত। ৰাতি পুৱালেই যুজ লাগিব। ৰাতিপুৱাৰৰ আগেয়েই গৰ আৰু খাৱৈ সম্পূৰ্ণ হব লাগে। গধূলি বৰফুকন ডাঙৰীয়াই সেই কাম চাবলৈ আহি দেখিলে যে কামৰ আধাও হোৱা নাই। বৰফুকন ডাঙৰীয়াই মোমায়েকক সুধিলে "মোমাইদেও, দেখোন কথা বিসঙ্গতি! কাইলৈ পুৱাই যুজ, আৰু এতিয়াও গৰ আৰু খাৱৈ আদখিনিয়াহে?" মোমায়েকে উত্তৰ দিলে—"বোপাদেউতা, চোৱাঁচোন, দিনে ৰাতিয়ে কাম কৰি মানুহবোৰ লবেজান হৈছে, সিহঁতে কোনোমতে কৰি শেষ কৰিব পৰা নাই। ফিনো কৰা



যাব, বোপাদেউতা, মানুহে কৰিব পৰাটো কৰিছে।" এই কথা শুনি বৰফুকন ডাঙৰীয়াই—"মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি খাপৰপৰা তৰোৱালখন উলিয়াই, তৎক্ষণাত মোমায়েকক দোছোৱা কৰি কাটিলে! ঠিক বামুণৰ গাত লগুণডাল যেনেকৈ থাকে, তেনেকৈ মোমায়েক কোবত দোছোৱা হল, সৰ্গদেও। এই ভয়ানক কাৰ্য্য দেখি সেই বনুৱা মানুহবোৰৰ, গাত, সৰ্গদেও, কি দৈৱিক শক্তি লম্ভিল কব নোৱাৰি, সিহঁতে অসাধ্য সাধন কৰিলে,—মৰ-জাহ দি কাম কৰি ৰাতিৰ ভিতৰতে গৰ আৰু খাৱৈ কৰি উলিয়ালে।

চক্ৰধ্বজ। ইস্ ইস্! হয় নে? কি কামটো বৰফুকনে কৰিলে একা! মোৰ এজন ডাঙৰ বিষয়া, তাতে তেওঁৰ মোমায়েক, তেওঁক এইদৰে অলপ কথাতে কাটিলে!—কাকতী, সেই চিঠিখনতে তলত এফাকি লেখি বৰফুকনলৈ পোধাঁচোন, তেওঁ কিয় এনেটো কাম কৰিলে? মই বেয়া পাইছোঁ বুলি লেখা।

কাকতীয়ে কটকীৰ হাতৰপৰা চিঠিখন আনি সেই কথা লেখি আকৌ কটকীৰ হাতত দিয়ে।)

আজিলৈ সভা ভঙ্গ কৰা গল।

---

## চতুৰ্থ দৰ্শন

স্থান—দোপদৰ। বৰফুকনৰ কোঠ।
কাল—আবেলি।

( বৰফুকন, বুঢ়াগোহাঁই, প্ৰিয়ৰাম আৰু শদিয়াখোৱা গোহাঁই। )

বৰফুকন। বোপা প্ৰিয়ৰাম, দলিবাৰীৰ ৰণত আমাৰ মানুহ কিমান পৰিল, আৰু এই ৰণৰ আন আন খবৰো মোক ভালকৈ কচোন ?

প্ৰিয়ৰাম। দেউতা, আমাৰ সৈন্যই ততাতয়াকৈ গৰৰ ভিতৰৰপৰা ওলাই দলিবাৰীতে মছলমানেৰে সৈতে যুজ কৰিবলৈ বুলি সিহঁতক খেদি গলত, মছলমান সেনা কিছু পিছ-হুহঁকি গল · আমাৰ সেনা যেতিয়া আৰু আগ বাঢ়িল, তেতিয়া মছলমানৰ তুৰুক-চোৱাৰী সেনা বিজুলীৰ বেগেৰে আহি আমাৰ সেনাৰ ওপৰত পৰি আমাৰ সেনাক মোহাৰি পেলালে। এই একে দিনৰ যুজতে আমাৰ দহ হেজাৰ সেনা নিপাত হল দেউতা। বাকীখিনি হুহঁকি আহি আকৌ গৰৰ ভিতৰত সোমাইহে ৰক্ষা পৰিল।

বৰফুকন। (বেজাৰ কৰি) মই ইমানকৈ সৰ্গদেৱলৈ জনাই পঠিয়ালোঁ, যে যি ঠাইত ৰামসিংহই কোঠ দি আছে, আমি গৰৰপৰা ওলাই গৈ সেই ঠাইত ৰামসিংহক আক্ৰমণ কৰিলে



তাৰ ফল ভাল নহব ; সেইদেখি আমি সুযোগ বিচাৰিব লাগিছোঁ। কিন্তু সৰ্গদেৱে মোৰ কথাত নামঞ্জুৰ হৈ বৰং মোৰ ওপৰত খংহে কৰি টানকৈ হুকুম দি পঠিয়ালে যে দলিবাৰীৰ কোঠতে ৰামসিংহক আক্ৰমণ কৰি যেনে-তেনে-মতে ঘটুৱাব লাগে। সৰ্গদেৱৰ এনে আদেশত মই মৰণান্তিক হলোঁ। কিন্তু কি কৰোঁ, নিৰুপায় হৈ আমাৰ সেনাক গৰৰ ভিতৰৰপৰা উলিয়াই পঠিয়াব লগীয়াত পৰিলোঁ। সেই কাৰ্য্যৰ ফল যি হব মই আগেয়েই বুজিব পাৰিছিলোঁ।—উস্ আমাৰ ইমানবোৰ সেনা অনাহকতে নিপাত হল ! একো-একোটা ৰণুৱা একো-একোটা হাতীৰ নিচিনা ; তাৰে ঘাটি হয় বুলিহে আমি আগ-পিছ চাওঁ। কেইখন ডাঙৰ যুজ হৈ গল, তাতো আমাৰ ইমানবোৰ মানুহ নপৰিল। আজি সামান্য কথা এটাতে আমাৰ অতবোৰ সৈন্য লয় পালে।

শ, খো, গো,। হয় দেউতা, আজি অনাহকতে আমাৰ বৰ হানি হল।

বৰফুকন। কি কৰিবা বোপা ! অদৃষ্ট ! এই যুজৰ বাতৰি, ৰজালৈ জনাই কটকী পঠিয়াই দিওঁ ; বোপা, কটকীক মাতাচোন।

বুঢ়াগোহাঁই। বৰফুকন ডাঙৰীয়া, মই কওঁ, এইখন যুজৰ কথা সৰ্গদেৱলৈ জনাবৰ সকাম নাই। বাৰীৰ ভিতৰৰ পুখুৰী এটা সিঁচলেও আঠ-দহটা মানুহক শিঙিয়ে ফুটে ; এখন ৰণত আঠ-দহ হেজাৰ মানুহ পৰিল, তাকে আকৌ সৰ্গদেৱক জনাব লাগে কিয় ? ইয়াৰ প্ৰতিশোধ আমি বঙালৰ ওপৰত লৈ তাৰ বাতৰি

হে সৰ্গদেৱক দিয়াটো ভাল ।

শ, খো, গো । হয় দেউতা, মোৰ মনেও তাকে কৈছে ।

বৰফুকন । বাৰু, আপোনাসকলৰ অভিমত মতেই চলা হব ।

( দুৱৰীৰ প্ৰবেশ )

দুৱৰী । ৰামসিংহ সেনাপতিৰ ওচৰৰপৰা পণ্ডিতৰায় নামে এজন কটকী আহিছে, ডাঙৰীয়া দেউতাৰে সৈতে দেখা কৰিব খোজে ।

বৰফুকন । আহক ।

( দুৱৰীৰ প্ৰস্থান ।

( পণ্ডিতৰায় কতকীৰ প্ৰবেশ )

পণ্ডিতৰায় । ( চেলাম কৰি ) বৰফুকন ডাঙৰীয়া, বাদস্বাৰ প্ৰধান সেনাপতি মহাবীৰ ৰাজা ৰামসিংহই মোক আপোনাৰ ওচৰলৈ এটা প্ৰস্তাৱ কৰি পঠিয়াইছে । ডাঙৰীয়াৰ অনুমতি হলে জনাব পাৰোঁ ।

বৰফুকন । কোৱাঁ ।

পণ্ডিতৰায় । সেনাপতি ৰামসিংহই কৈছে যে আপুনি গুৱাহাটীখন বাদস্বাক এৰি দিয়ক । গুৱাহাটীত গৰ মৰা খৰচৰ বাবে আপুনি তেওঁৰপৰা তিনি লাখ টকা লৈ এই যুদ্ধ শেষ কৰক ।



দুই পক্ষৰ অনেক হানি হৈছে ; আৰু ক্ষতিলৈ গৈ লাভ কি ? বিশেষ, তেওঁ আপোনাসকলৰ ৰণ-কৌশল, সাহ, আৰু বীৰত্ব দেখি পৰম প্ৰীতি লাভ কৰিছে । মোক বিশ্বাস কৰে যদি কওঁ বৰফুকন ডাঙৰীয়া, সেনাপতি ৰামসিংহই নিজ মুখে কোৱা মই শুনিছোঁ যে—"মই আচৰিত মানিছোঁ যে প্ৰত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁৰ মাৰিব পাৰে, মাটি খানিব পাৰে, আৰু তোপ মাৰিব হিলৈ মাৰিব পাৰে ! এনেকুৱা সকলো কামতে নিপুণ সেনা মই ভাৰতবৰ্ষৰ কোনো ঠাইতে দেখা নাছিলোঁ ।"

বৰফুকন । তোমালোকৰ সেনাপতিক কবাঁ, দিল্লীৰ পাটচাৰ ক্ষত্ৰিয় ৰাজপুত সেনাপতি মহাবীৰ ৰামসিংহৰ মুখৰপৰা আমাৰ সেনাৰ এনে প্ৰশংসা নিশ্চয় লাখটকীয়া । এনে সেনাৰ সেনাপতি হবলৈ পাই বাস্তবিকতে মই নিজক গৌৰৱান্বিত বিবেচনা কৰিছোঁ । কিন্তু তেওঁৰ প্ৰস্তাৱৰ বিষয়ে, মই আমাৰ ৰজাক নজনোৱাকৈ একো উত্তৰ দিব নোৱাৰোঁ । মই সৰ্গদেৱলৈ এই কথা জনাই পঠিয়াম, সৰ্গদেৱৰ ইচ্ছামতেই কাৰ্য্য হব । মই তেখেতৰ আজ্ঞাবহ ভৃত্য মাথোন । সৰ্গদেৱৰপৰা উত্তৰ পালেই সেনাপতিক জনোৱা হব বুলি কব ।

[ পণ্ডিত ৰায়ৰ প্ৰস্থান ।

( বুঢ়াগোহাঁইক ) ডাঙৰীয়া, মোৰ মনেৰে আমি এই প্ৰস্তাৱ গ্ৰহণ কৰাটো একোতে উচিত নহয় । গুৱাহাটী এৰি দিলেই,

মছলমানে গোজেই গছ হৈ, গোটেখন আসাম দেশকে লব।
ডাঙৰীয়াই কি বোলে ?

বুঢ়াগোহাঁই। ময়ো তাকে বোলোঁ। এনে কাম কেতিয়াও কৰা উচিত নহয়। ৰামসিংহই বলেৰে নোৱাৰি বুধিৰে আমাক ছলিবলৈ আহিছে। সৰ্গদেৱলৈকো এই যুক্তিকে জনাই পঠিৱা হওক।

বৰফুকন। নিশ্চয়।

[ প্ৰস্থান।

—



## পঞ্চম দৰ্শন।

স্থান—ৰামসিংহৰ কোঠ।

কাল—ৰাতি ।

(ৰামসিংহ, নচৰৎখাঁ, বৈৰামদেও আৰু মাধৱচৰণ কটকী)

ৰামসিংহ। মাধৱচৰণ জী, আপুনি ব্ৰাহ্মণ, মই ক্ষত্ৰিয়। ব্ৰাহ্মণ ক্ষত্ৰিয়ৰ পূজ্য। এনেস্থলত মই আপোনাক ঠিক কৈছোঁ, যে আপুনি যদি বৰফুকনক বুজাই-বৰাই কোনোমতে গুৱাহাটীখন আমাক এৰি দিয়াব পাৰে, তেন্তে মই আপোনাক ৫০,০০০৲ টকা দিম। এতিয়াই মই আপোনাক এই ৫০০৲ টকা আগ-ধন দিলোঁ, আপুনি লৈ যাওক। ( ৰূপৰ টোপোলা এটা দিয়ে )। ক্ষাত্ৰিয় প্ৰতিজ্ঞা, মুখৰ "জবান" কি বস্তু আপুনি নিশ্চয় জানে।

বইৰামদেও। মাধৱচৰণ জী পণ্ডিত ব্ৰাহ্মণ, নিশ্চয় তেওঁৰ সেই কথা জনা আছে।

নচৰৎখাঁ। বেচক।

মাধৱচৰণ। ( ৰূপৰ টোপোলাটো লৈ, কাষতে থৈ ) হজুৰ ! যাতে আপোনাৰ কথা ৰাখিব পাৰোঁ, মই সাধ্যমতে তাৰ চেষ্টা কৰিম। আমি বামুণ কেতিয়াও আগুণকাৰী নহওঁ। আপুনি মান্ধাতাৰ বংশৰ ক্ষত্ৰিয় ৰজা ; ব্ৰাহ্মণক সদায় আপোনাসকলে অন্ন-বস্ত্ৰ দি প্ৰতিপালন কৰি আহিছে।

ৰামসিংহ। দেখক, মাধৱচৰণ জী, মই আপোনাতে সৰ্ব্ব ভাৰসা কৰিলোঁ। যাতে এই কাৰ্য্য উদ্ধাৰ হয় কৰিব।

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) বেচক্।

ৰামসিংহ। মই আপোনাক আৰু কওঁ, যে এই কাৰ্য্য সিদ্ধিৰ নিমিত্তে আৰু কাৰবাক ভেঁটি দিব লাগিলে তালৈকো মই প্ৰস্তুত আছোঁ। আপুনি মোক জনালেই হল।

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) বেচক্।

মাধৱচৰণ। মই প্ৰাণপণে চেষ্টা কৰিম হজুৰ। কাইলৈ, বা পৰশুইৰ ভিতৰতে মই কি কৰিব পাৰোঁ হজুৰে জানিবলৈ পাব। ( স্বগত ) লাচিত বৰফুকন কি পদাৰ্থ মই জানো। মোৰ সাধ্য কি যে এনে প্ৰস্তাৱ মই তেওঁৰ আগত কৰোঁ? এনে কথা তেওঁক কলে, মোক মছলমানৰপৰা ভেঁটিখোৱাটো বুজি দোছোৱাকৈ কাটিব। বিটো মানুহে নিজৰ মোমায়েককে এক মুহূৰ্ত্তৰ ভিতৰতে কাটিলে।—পিছত যিহয় হব, সম্প্ৰতি তো ইহঁতৰ পৰা যি পাওঁ উলিয়াই লওঁ। ( প্ৰকাশ্যে ) হজুৰ নিশ্চিন্ত হৈ থাকক, মই কি কৰিব পাৰোঁ চাওঁ।

বইৰামদেও। এই আসাম দেশত বহুত পণ্ডিত আৰু শুদ্ধ চৰিত্ৰৰ ব্ৰাহ্মণ আছে। আগেয়ে আমি এইটো নাজানি ভুলকৈ ভাবিছিলোঁ—আসাম মুৰ্খ জঙ্গলী মানুহৰ দেশ বুলি।

নচৰৎখাঁ। ( মূৰ দুপিয়াই ) বেচক্।

ৰামসিংহ। বাৰু এতিয়া যাওক পণ্ডিতজী। মই কাইলৈ



অন্ততঃ গধূলিকৈ যেন খবৰ পাওঁ।

মাধৱচৰণ। নিশ্চয় হজুৰ! কাইলৈ নহলেও, পৰশুইলৈ ঠিক পাব।

[ মাধৱচৰণৰ প্ৰস্থান।

ৰামসিংহ। গুৱাহাটী অসমীয়াৰ হাতৰপৰা উদ্ধাৰ কৰিব নোৱাৰি এই দৰে হাৰি উভতি যাব লাগিলে মই আৰু বাদস্বাৰ আগত মুখ দেখুৱাব নোৱাৰোঁ।

নচৰৎখাঁ। জোনাব।

বইৰামদেও। আমি গুৱাহাটী লৈ হে এৰিম, হজুৰ।

নচৰৎখাঁ। বেচক্।

ৰামসিংহ। কোনে জানে কি হয়? মইতো একপ্ৰকাৰ নিৰাশ হৈছোঁ। এতিয়ালৈকে মইতো একো এটা উপায় কৰিব নোৱাৰিলোঁ।

নচৰৎখাঁ ( মূৰ দুপিয়াই ) জোনাব।

ৰামসিংহ। ( কিছুপৰ ভাবি ) পণ্ডিতবায়ে বৰফুকনক দেখা কৰিবলৈ দোপ্‌দৰলৈ যাওঁতে দেখি আহিছিল যে গুৱাহাটীলৈ সেই দিনে ঘোৰা তুলিব পাৰি। ব্ৰহ্মপুত্ৰইদি উজাই গুৱাহাটীত উঠিবৰ চেষ্টা কৰাৰ বাহিৰেতো আৰু বাট নেদেখোঁ। অসমীয়া বামুণ মাধৱচৰণে যে কিবা কৰিব পাৰিব, এনে আশা নাই। লাচিত বৰ শক্ত লোক; বহুত হুচিয়াৰ, বৰ দীৰ্ঘদৰ্শী।—কাইলৈ

গধূলিৰ ভিতৰতে যদি মাধৱচৰণংপৰা কোনো সন্তোষজনক খবৰ পোৱা নাযায়,—নেপ্পাবৰে পোন্ধৰ অনা তিনি পইচা সন্তৱ—তেন্তে চৰিপথাঁক নৌসেনাৰ সেনাপতি পাতি, বহুত সাহিয়াল অশ্বাৰোহী সেনাৰে সৈতে শৰাইঘাটৰপৰা নাৱেৰে উজাই পঠিয়াবলৈ ঠিক কৰি থোৱা যাওক । এইটোকে শেহ চেষ্টা কৰি চাওঁ।

নচৰংথাঁ ( মূৰ দুপিয়াই ) জোনাব ।

[ প্ৰস্থান ।

———



## ষষ্ঠ দৰ্শন ।

স্থান—আন্ধাৰু বালিত বৰফুকনৰ কোঠ ।

কাল—দুপৰীয়া ।

( বৰফুকনে শয্যাত ৰহি বুঢ়াগোহাঁইৰে সৈতে কথা পাতিছে । )

বুঢ়াগোহাঁই । বৰফুকন ডাঙৰীয়া, কালি ৰাতি বোলে আপোনাৰ জ্বৰ উঠিছিল ? এতিয়া কেনে আছে ?

বৰফুকন । এতিয়া ভালে আছোঁ । কিন্তু গা হাত ভৰিবোৰ বৰ বিষাইছে ।

বুঢ়াগোহাঁই । অপৰিমিত পৰিশ্ৰম কৰাৰ বাবে তেনে হৈছে আজি ভালকৈ জিৰাওক । মনে মনে পাটীত পৰি শুই থাকক. আৰু জ্বৰ নাহে । দশমূলৰ ক্বাথ এটা কৰিবলৈ দিয়ক, তাৰে একোটোপা খাই থাকিব । নহলে অকল শেতকাপৰাৰ পানীকে খাব, পিয়াহ লাগিলে । লক্ষ্মীবিলাহৰ বৰীও খাব পাৰে, কিন্তু আজি নহয় ; নতুন জ্বৰত পোনতে দৰব খোৱাটো ভাল নহয় ।—ডাঙৰীয়া আপুনি কিন্তু বৰ বুধিৰ কামটো কৰিলে,—বালিত যে দুশাৰিকৈ শালৰ খুটা পুতি তাত নগাচাৰি পাতি, বালি দি যে এই গৰটো বন্ধালে, এইটো বৰ বুধিৰ কাম হল । বাস্তবিকতে আপোনাৰ বিচক্ষণ বুধিৰ শলাগ নলৈ নোৱাৰি ।

বৰফুকন । ৰামসিংহৰ কটকী পণ্ডিতবায় মোৰ ওচৰলৈ

আহোঁতেই মই বুজিছিলোঁ যে ৰামসিংহই এই পিনেই তুৰুকচোৰাৰ তুলি গুৱাহাটীত সোমাবলৈ চেষ্টা কৰিবৰ খুব সম্ভৱ। সেইদেখি মই দিনে ৰাতিয়ে মানুহ লগাই দি বালিত এই গৰটো বন্ধালোঁ।—( হঠাৎ কঁপি ) উস্ মোৰ দেখোন তাকৌ তিৰ্ কপে জ্বৰ উঠি আহিছে!

বুঢ়াগোহাঁই। ভয়ানক পৰিশ্ৰমত। অলপ শোৱক। বেজবৰুৱাক মতাই পঠিৱা যাওক।—হেৰ বোপা প্ৰিয়ৰাম, এইপিনে আহাঁচোন।

( প্ৰিয়ৰামৰ প্ৰবেশ )

দেউতাৰাৰ বৰকৈ আকৌ জ্বৰ উঠি আহিছে, গাত নিহালি কাপোৰ-কানি জাপি দিয়াঁ। বেজবৰুৱাক মাতিবলৈ মানুহ পঠিয়াই দিয়াঁ এতিয়াই। ( প্ৰিয়ৰামে দেউতাকৰ গাত কাপোৰ দিয়ে। )

( দুৱৰীৰ প্ৰবেশ )

দুৱৰী। ( আঠু লৈ ) ডাঙৰীয়া দেউতা, পানীফুকনে এটা মানুহ পঠিয়াই দিছে, কিবাহেনো বৰ দৰ্কাৰী কথা আছে।

বৰফুকন। আহিবলৈ দে।

[ দুৱৰীৰ প্ৰস্থান।

( মানুহটোৰ প্ৰবেশ )

মানুহটো। ( আঠু লৈ ) ডাঙৰীয়া দেউতা, বৰ আথান্তৰ



মিলিল! পানীফুকন ডাঙৰীয়াই সেইদেখি মোক লৰুৱাই পঠিয়াই দিলে দেউতাক জনাবলৈ। মছলমানৰ নাৱৰ সেনাপতি চৰিপখাঁই আমাৰ পানীৰথীয়া সেনাক পৰাস্ত কৰি উজাই আহিল। তাকে দেখি পানীফুকন ডাঙৰীয়াই মছলমানৰ নাৱৰ ওপৰত গুৱাহাটীৰ পাৰৰপৰা তোপ চলাবলৈ হুকুম দিলে। কিন্তু গণকহঁতে—"এতিয়া ক্ষণ বেয়া, ক্ষণ ভাল হলে আমি কম," বুলি আমাৰ মানুহক তোপ মাৰিবলৈ মানা কৰিলে। চাই থাকোঁতে থাকোঁতে শত্ৰুৰ নাও আহি আন্ধাৰু বালিৰ পোন পালেহিয়েই, তথাপি গণকহঁতে এতিয়াও শুভক্ষণ মিলা নাই বুলি কৈ আমাৰ মানুহক তোপ চলাবলৈ হাক দি আছে।

বৰফুকন! ( একেচাবেই উঠি বহি, আকৌ ভাগবত বিছনাত পৰি ) কি! এতিয়াও আমাৰ মানুহে গণকৰ কথা শুনি দুই পাৰৰপৰা তোপ চলোৱা নাই ?

বুঢ়াগোহাঁই। আপুনি শোৱক, মই কি হৈছে শোধোঁ।

বৰফুকন। কি হব, আৰু সৰ্ব্বনাশৰ উদ্যোগ হৈছে! হেৰ প্ৰিয়ৰাম, লগুৱাহঁতক মাত, বেগতে মোক এই ছালপীৰাৰে সৈতেই বাহিৰলৈ নিয়ক, কি হৈছে মই চাওঁ। মাত, মাত, বেলি নকৰিবি!

( চাৰিটা লগুৱা আৰু শ, খো, গোহাঁইৰ প্ৰবেশ )

( সকলোৱে হতাহতি কৰি ধৰি ছালপীৰাৰে সৈতে বৰফুকনক বাহিৰলৈ নিয়ে। )

বৰফুকন। ( বাহিৰলৈ ওলাই, নৈৰ ফালে চাই, ছালপীৰাখন

মাটিত থোৱাৰ আগেই ) হেৰ সৰ্ব্বনাশ! মছলমানৰ সেনা গুৱাহাটীৰ নিচেই ওচৰ চাপিলেই। মোৰ ছালপীৰা মাটিত নথবি, নথবি, একেবাৰেই নাৱলৈ নে!

[ তেনে কৰা হল।

( নাৱৰপৰা ) ৰাইজসকল! শুনাহঁক!—মোক সৰ্গদেৱে মছলমানৰ হাতৰপৰা গুৱাহাটী ৰাখিবলৈ ইয়াত থৈছে। এতিয়া মই গুৱাহাটী মছলমানৰ হাতত শোধাই দি, গৰগাঁৱত লৰা তিকতা লৈ সুখ কৰিবলৈ যাম নে? আজি মোক মছলমানে ধৰি নিয়ক; ৰাইজে মহাসুখে উজাই গৈ মহাৰাজক সেই বাতৰি দিয়ক গৈ!—( নাৱৰীয়াহঁতক ) মোৰ নাও এই মুহূৰ্ত্ততে ব্ৰহ্মপুত্ৰৰ মাজলৈ মেলি দে!

[ তেনে কৰা হয়।

---



## সপ্তম দৰ্শন।

স্থান—গৰগাওঁ। ৰজাৰ বৰচৰা।

কাল—আবেলি।

( চক্ৰধ্বজসিংহ আৰু সভাসদসকল। )

(দুৱৰীৰ প্ৰবেশ )

দুৱৰী। (আঠু লৈ) সৰ্গদেও ঈশ্বৰ, বৰফুকনৰ ওচৰৰপৰা কটকী আহিছে।

চক্ৰধ্বজসিংহ। শীঘ্ৰে আহিবলৈ দে।

[ দুৱৰীৰ প্ৰস্থান।

(কটকীৰ প্ৰবেশ)

কটকী। আঠু লৈ, সেৱা কৰি) সৰ্গদেৱ ঈশ্বৰ, বৰফুকন ডাঙৰীয়াই লৰালৰিকৈ চিঠি লেখিবলৈ সময় নেপাই মোৰ মুখেৰেই সৰ্গদেৱলৈ জনাই পঠিয়াইছে, যে মছলমানেৰে সৈতে পানীৰ যুজত সৰ্গদেৱৰ জয়।

চক্ৰধ্বজ। (আনন্দত উত্ৰাৱল হৈ) ধন্য মোৰ লাচিত বৰফুকন! ধন্য!! হেৰ কচোন, সকলোবোৰ ভালকৈ ভাঙি পাতি ক!

কটকী। সৰ্গদেও ঈশ্বৰ, মছলমানৰ পানীৰ যুজৰ সেনাপতি চৰিপৰ্থাই আমাৰ পানীৰখীয়া সেনাক হকুৱাই তেওঁলোকৰ যুজৰ

নাওবোৰ উজাই আনিবৰ দেখি আমাৰ পানীফুকনে সেইবোৰৰ ওপৰত গুৱাহাটীৰ পাৰৰপৰা তোপ চলাবলৈ হুকুম দিলে। কিন্তু গণকহঁতে তেতিয়া ক্ষণ বেয়া বুলি কৈ আমাৰ মানুহক তোপ চলাবলৈ মানা কৰিলে। মছলমানৰ নাও আন্ধাৰুবালিৰ পোণ পালেহি, তথাপি গণকে শুভক্ষণ মিলা নাই বুলি আমাৰ মানুহক তোপ চলাব নিদিয়ে। এই কথা পানীফুকনে বৰফুকনলৈ লৰা-লৰিকৈ কৈ পঠিয়ালে। বৰফুকনৰ তেতিয়া তিৰ্‌কঁপে জ্বৰ, তেখেতে শোৱাপটীৰপৰা উঠিবই নোৱাৰে। কিন্তু খবৰটো শুনিয়েই তেখেতে একেচাবেই পাটীতে উঠি বহি ছালপীবাৰে সৈতে তেখেতক বাহিৰলৈ নিবলৈ কলে! বাহিৰলৈ গৈয়েই তেখেতে মছলমানৰ যুজৰ নাও আহি গুৱাহাটীৰ পোণ পোৱা দেখি, ছালপীবাখন মাটিত থবলৈ নিদি একেবাৰেই নাৱলৈ নিবলৈ কৈ নাও মেলি দিয়ালে। বৰফুকনৰ নাও মেলি দিয়া দেখি সকলো বিচুৰ্ত্তি হল, আৰু যেয়ে যেনিয়ে পালে, নিজ নিজ নাও বৰফুকনৰ নাৱৰ আগ কৰি মেলি দিলে! এটা তুমুল হুলস্থূল লাগি পৰিল, আৰু নাৱেৰে ব্ৰহ্মপুত্ৰ ঢাক খাই পৰিল।— এনে কি নাৱে নাৱে ভৰি দি ব্ৰহ্মপুত্ৰৰ ইপাৰ সিপাৰ হব পৰা হল সৰ্গদেও। বৰফুকনৰ খং দেখি গণকৰ বাধা নেওচি পেলাই দুই পাৰৰপৰা আমাৰ মানুহে মছলমানৰ নাৱৰ ওপৰত বৰতোপৰ গুলি বৰষিবলৈ ধৰিলে। মছলমানৰ অনেক সৈন্য ঘোৰাই সৈতে পানীৰ তললৈ গল, অনেক নাও বুৰিল। এনেতে আমাৰ ফালৰ



এটা গুলি লাগি চৰিপৰ্থা সেনাপতি পৰিল। যেতিয়া মছলমান সেনাই চৰিপৰ্থাক পৰা দেখিলে, সিহঁতৰ ভিতৰত বেমেজালি লাগি পৰিল; আৰু যেয়ে যেনিয়ে যেনেকৈ পালে পলাবলৈ ধৰিলে। কিছুমান নুবুৰা নাও লৰালৰিকৈ ভটীয়াই দিলে। সিহঁতক আমাৰ তোপৰ গুলিয়ে যিমান দূৰলৈকে পাৰে খেদিলে। আৰু আমাৰ সেনায়ো সিহঁতক পিছে পিছে খেদি নিলে। মছলমানৰ বহুত বন্দুক, তোপ, হিলৈ, খাৰ, নাও আৰু চিপাহী আমাৰ হাতত পৰিল।

চক্ৰধ্বজ। ধন্য লাচিত বৰফুকন! ধন্য! ভঁৰালী-বৰুৱা, এই কটকীক ৰাজভঁৰালৰপৰা উপযুক্তৰূপে বঁটা দিয়া হওক। নগৰত ঢোল পিটি শুনাই দিয়া হওক, যেন সকলোৱে আজি আনন্দ উৎসৱ কৰে। আজি ৰাতি গোটেইখন নগৰত চাকি লগাবলৈ হুকুম দিয়া হওক। দেৱালয় আৰু গোসাঁইঘৰ নাম ঘৰত পূজা, নামপ্ৰসঙ্গ আদিৰ বন্ধবস্ত কৰা হওক। (অলপ ভাবি) কিন্তু বৰ আশ্চৰ্য্যৰ বিষয়, গণকহঁতে এনে কাৰ্য্য কৰিছিল কিয়? মছলমানৰ নাও আহি গুৱাহাটীৰ পোন পালেহি, তথাপি তোপ চলাবলৈ নিদিয়ে!! ৰামসিংহৰ ফালৰপৰা কিবা ভেটিয়ে সিহঁতৰ শুভক্ষণটো পিছহোহোকাই নিছিল নে কি?

ভঁৰালীবৰুৱা। এৰা দেখোন কাৰ্য্যটো বৰ সন্দেহজনক।

চক্ৰধ্বজ। যি হওক, ঈশ্বৰে আমাক ৰক্ষা কৰিলে। আজিলৈ সভা ভঙ্গ কৰিলোঁ।

[, প্ৰস্থান ]

——

নাওবোৰ উজাই আনিবৰ দেখি আমাৰ পানীফুকনে সেইবোৰৰ ওপৰত গুৱাহাটীৰ পাৰৰপৰা তোপ চলাবলৈ হুকুম দিলে। কিন্তু গণকহঁতে তেতিয়া ক্ষণ বেয়া বুলি কৈ আমাৰ মানুহক তোপ চলাবলৈ মানা কৰিলে। মছলমানৰ নাও আন্ধাৰুবালিৰ পোণ পালেহি, তথাপি গণকে শুভক্ষণ মিলা নাই বুলি আমাৰ মানুহক তোপ চলাব নিদিয়ে। এই কথা পানীফুকনে বৰফুকনলৈ লৰালৰিকৈ কৈ পঠিয়ালে। বৰফুকনৰ তেতিয়া তিৰ্‌কঁপে জ্বৰ, তেখেতে শোৱাপটীৰপৰা উঠিবই নোৱাৰে। কিন্তু খবৰটো শুনিয়েই তেখেতে একেচাবেই পাটীতে উঠি বহি ছালপীবাৰে সৈতে তেখেতক বাহিৰলৈ নিবলৈ কলে! বাহিৰলৈ গৈয়েই তেখেতে মছলমানৰ যুজৰ নাও আহি গুৱাহাটীৰ পোণ পোৱা দেখি, ছালপীবাখন মাটিত থবলৈ নিদি একেবাৰেই নাৱলৈ নিবলৈ কৈ নাও মেলি দিয়ালে। বৰফুকনৰ নাও মেলি দিয়া দেখি সকলো বিচুৰ্ত্তি হল, আৰু যেয়ে যেনিয়ে পালে, নিজ নিজ নাও বৰফুকনৰ নাৱৰ আগ কৰি মেলি দিলে! এটা তুমুল হুলস্থূল লাগি পৰিল, আৰু নাৱেৰে ব্ৰহ্মপুত্ৰ ঢাক খাই পৰিল।— এনে কি নাৱে নাৱে ভৰি দি ব্ৰহ্মপুত্ৰৰ ইপাৰ সিপাৰ হব পৰা হল সৰ্গদেও। বৰফুকনৰ খং দেখি গণকৰ বাধা নেওচি পেলাই দুই পাৰৰপৰা আমাৰ মানুহে মছলমানৰ নাৱৰ ওপৰত বৰতোপৰ গুলি বৰষিবলৈ ধৰিলে। মছলমানৰ অনেক সৈন্য ঘোৰাই সৈতে পানীৰ তললৈ গল, অনেক নাও বুৰিল। এনেতে আমাৰ ফালৰ



এটা গুলি লাগি চৰিপৰ্থা সেনাপতি পৰিল। যেতিয়া মছলমান সেনাই চৰিপৰ্থাক পৰা দেখিলে, সিহঁতৰ ভিতৰত বেমেজালি লাগি পৰিল; আৰু যেয়ে যেনিয়ে যেনেকৈ পালে পলাবলৈ ধৰিলে। কিছুমান নুবুৰা নাও লৰালৰিকৈ ভটীয়াই দিলে। সিহঁতক আমাৰ তোপৰ গুলিয়ে যিমান দূৰলৈকে পাৰে খেদিলে। আৰু আমাৰ সেনায়ো সিহঁতক পিছে পিছে খেদি নিলে। মছলমানৰ বহুত বন্দুক, তোপ, হিলৈ, খাৰ, নাও আৰু চিপাহী আমাৰ হাতত পৰিল।

চক্ৰধ্বজ। ধন্য লাচিত বৰফুকন! ধন্য! ভঁৰালী-বৰুৱা, এই কটকীক ৰাজভঁৰালৰপৰা উপযুক্তৰূপে বঁটা দিয়া হওক। নগৰত ঢোল পিটি শুনাই দিয়া হওক, যেন সকলোৱে আজি আনন্দ উৎসৱ কৰে। আজি ৰাতি গোটেইখন নগৰত চাকি লগাবলৈ হুকুম দিয়া হওক। দেৱালয় আৰু গোসাঁইঘৰ নামঘৰত পূজা, নামপ্ৰসঙ্গ আদিৰ বন্দবস্ত কৰা হওক। ( অলপ ভাবি ) কিন্তু বৰ আশ্চৰ্য্যৰ বিষয়, গণকহঁতে এনে কাৰ্য্য কৰিছিল কিয়? মছলমানৰ নাও আহি গুৱাহাটীৰ পোন পালেহি, তথাপি তোপ চলাবলৈ নিদিয়ে!! ৰামসিংহৰ ফালৰপৰা কিবা ভেটিয়ে সিহঁতৰ শুভক্ষণটো পিছহোহোকাই নিছিল নে কি?

ভঁৰালীবৰুৱা। এৰা দেখোন কাৰ্য্যটো বৰ সন্দেহজনক।

চক্ৰধ্বজ। যি হওক, ঈশ্বৰে আমাক ৰক্ষা কৰিলে। আজিলৈ সভা ভঙ্গ কৰিলোঁ।

[, প্ৰস্থান ]

———

অষ্টম দৰ্শন।

স্থান--মানাহ নদীৰ পশ্চিম পাৰ। ৰামসিংহৰ শিবিৰ।

কাল—ৰাতি।

( ৰামসিংহ, ৰইৰামদেও, নচৰৎখাঁ )

ৰামসিংহ। ( আমন-জিমনকৈ বহি ) মই কেনেকৈ উভতি গৈ আউৰংজীব বাদস্যাৰ আগত মুখ দেখুৱাও, তাকে ভাবিছোঁ এতিয়া। বাদস্যাৰ ইমানবোৰ বন্দুক, তোপ, যুজৰ নাও আদি সৰঞ্জাম ধ্বংস হল। তাৰ উপৰি অসমীয়াই আমাক মানাহৰ ইপাৰ কৰি খেদিলে। এনে অপমানতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ। অসমীয়াবোৰ কি ভয়ানক যোদ্ধা! কি সাহসী বীৰ! সকলো কাৰ্য্যতে নিপুণ! মইতো দেখি "তাইজপ" মানিলোঁ! প্ৰত্যেকটো অসমীয়া সেনাক যি কামতে লগাই দিয়া সেই কামতে সি পকা।—নাও বাবলৈ লগাই দিয়া, আমাৰ দেশৰ ভাল নাৱৰীয়াইও তাৰ নিচিনাকৈ নাও বাব নোৱাৰে; মাটি খানিবলৈ লগাই দিয়া, দেখিবা সি সুন্দৰকৈ মাটি খানিছে; হিলৈ মাৰিবলৈ, বন্দুক মাৰিবলৈ, কাঁৰ মাৰিবলৈ দিয়া, সেই সকলোবোৰতে সি সুনিপুণ। মই ভাৰতবৰ্ষৰ কত ঠাইত কত ৰকম মানুহ দেখিলোঁ, কত ৰকম যুজাৰু সেনা দেখিলোঁ—কতো এনে সেনা, হিন্দুৱেই হওক, বা মছলমানেই হওক—কতো এনে সেনা দেখা নাছিলোঁ।আৰু যেনে



অসমীয়া সেনা, তেনে অসমীয়া সেনাপতি।—কি কৌশলী! কি দূৰদৰ্শী!—এই লাচিত বৰফুকন!—বাস্তবিক এনে এজন বুদ্ধিমান সেনাপতি মই আগেয়ে লগ পোৱা নাছিলোঁ। মানুহজনৰ কি দীঘল দৃষ্টি! মই এমাহৰ পিছত যিটো কৰিম বুলি ভাবি থওঁ লাচিতে কেনেবাকৈ সেইটো বুজি, আগেয়ে তাৰ প্ৰতিবিধান কৰি থয়। আৰু এটাত নহয়, দুটাত নহয়, প্ৰত্যেক পদতে।—ধন্য লাচিত! ধন্য! তুমি যদি ভাৰতৰ এই এচুকত নহৈ দিল্লীত হলাহেঁতেন, তোমাক যদি আমাৰ আউৰংজীব বাদস্যাই পালেহেঁতেন, তোমাক লৈ বাদস্যাহে গোটেই ভাৰতবৰ্ষ জয় কৰিব পাৰিলেহেঁতেন। ৰামসিংহ ক্ষত্ৰিয়। মহাশত্ৰুৰো বলবীৰ্য্যৰ সন্মান ক্ষত্ৰিয়ই কৰিব জানে। লাচিত, তোমাৰ আগত মই মাথা দোৱাওঁ।

নচৰৎ। ( মূৰ দোৱাই ) জোনাব!

ৰাইৰামদেও। হজুৰ, কামৰূপ-কামাখ্যা, ডাকিনী-যোগিনীৰ মলুক বুলি আমি আগেয়ে শুনিছিলোঁ; এতিয়া নিজ চকুৰেই দেখিলোঁ। এই দেশৰ বিলকুল মানুহে ভোজবাজী, যাদু আৰু মন্ত্ৰ জানে হজুৰ! ইহঁতে এঠাইৰপৰা এঠাইলৈ গছ চলাই দিয়ে। মোৰ কিন্তু ইহঁতে গছ চলোৱাটো দেখিবৰ বৰ মন আছিল হজুৰ।

নচৰৎ। কিয়? নেদেখিলা জানো?

ৰইৰাম। কত?

নচৰৎ। আমাৰ ওপৰত।

বইবাম। মিঞা, তামোচা নহয়, মই হলে সঁচাসঁচিকৈ কওঁ,—ভগৱতী কামাখ্যাৰ প্ৰসাদত এই মলুকৰ মানুহক কোনেও বলে নোৱাৰে হজুৰ। আমাৰ ইয়ালৈ অহাই ভুল হৈছিল।

নচৰৎ। বেচক্, ৰচিৎখাঁই সেইটো বুজিয়েই আগেয়ে পলাই গল।

( কিৰাতসিংহ বৰ্ত্তিয়াৰ প্ৰবেশ )

কিৰাতসিংহ। ( ৰামসিংহক চেলাম কৰি ) হজুৰ, মই হজুৰক জনাওঁ যে এই যুজত হৰা বাবে বিশেষ বেজাৰ পাবৰ আমাৰ একো কাৰণ নাই। আমি মানুহেৰে সৈতেহে যুজিব পাৰোঁ, ভূত প্ৰেত পিশাচেৰে যুজিম কেনেকৈ হজুৰ ? অসমীয়া মানুহে মহাদেৱ পাৰ্ব্বতীৰ সাধনা কৰি কৈলাশৰ ভূত, প্ৰেত, পিশাচ, ডাকিনী, যোগিনীবোৰ নমাই আনি আমাৰ সেনাক মাৰিবলৈ লগাই দিছিল হজুৰ। ৰঘুনাথ সিংহজী মৰি গল, তেওঁ মোক কৈছিল—এই যুজৰ এঠাইত হেনো এটা অসমীয়াই ফুৰাই মন্ত্ৰ মাতি এমুঠি সৰিয়হ আমাৰ চিপাহীবোৰৰ ফাললৈ মাৰি পঠিয়ালে। একো একোটা সৰিয়হ হেনো একোকুৰা জুই হোৱাদি হৈ যাৰ যাৰ গাত পৰিল তাক তেতিয়াই দহি পেলালে হজুৰ! মই নিজ চকুৰেই দেখা এটা কওঁ—অলপ দূৰৈৰপৰাই দেখি আছিলোঁ। এটা ভূতে এটা হাতী যেন শকত মানুহৰ ৰূপ ধৰি আমাৰ মৰা চিপাহীবোৰৰ মাজে মাজে কিবা জুমি



জুমি বিচাৰি ফুৰিছিল; তাৰ পিছে পিছে ভূতুনী এজনী ফুৰিছিল। সি সেইদৰে কি কৰিছিল মই কব নোৱাৰোঁ, দূৰৰ পৰা ভালকৈ নেদেখিলোঁ। মৰা মানুহৰ মূৰবোৰ সি চোবাই খাই ফুৰিছিল হবলা। তাক মই দূৰৈৰপৰা দেখিয়েই মোৰ গা কঁপিবলৈ ধৰিলে হজুৰ, ভয়ত পলাই গলোঁ। এই ডাকিনী প্ৰেতিনীৰ দেশত নো বাৰু আমি যুজ কৰিবলৈ আহিব পাওঁ নে ? আৰু হজুৰ নো মই কম কি, এই অসমীয়াবোৰে কেনে এটা কিৰিলি মাৰি আহি আমাৰ চিপাহীৰ ওপৰত পৰেহি !!! ঠিক যেন দৈত্যদানৱ ভূত প্ৰেতৰ কিৰিলিহে! সেই কিৰিলি শুনিলেই আমাৰ বুকু কঁপি যায় হজুৰ।

ৰামসিংহ। আমাৰ ইয়ালৈ যুজ কৰিবলৈ অহাটো ভুল হৈছিল বা নহৈছিল, সেইটো আৰু এতিয়া বিচাৰ কৰি কি হব ? যি হবৰ হল। এতিয়া বাদস্যাৰ আগত কেনেকৈ মুখ দেখুৱাওঁ সেইটো হে মোৰ পক্ষে সমস্যা।

নচৰৎ। (মূৰ দুপিয়াই ) জোনাব।

বইৰামদেও। হজুৰ, সকলো বৃত্তান্ত বাদস্যাহে আমাৰ মুখৰপৰা শুনিলে নিশ্চয় বুজিব; বাদস্যাহ অবুজন নহয়। অসাধ্য সাধন কোনেও কৰিব নোৱাৰে,—দিল্লীৰ বাদস্যাহেও নোৱাৰে। এনে যাদুৰ মলুক এইখন, ইয়াৰ ভয়ানক হাওৱা-পানীৰ কথাকে এৰিছোঁ, আৰু যুজৰ সেনাৰ বা সেনাপতিৰ কথাকে এৰিছোঁ,—ইয়াৰ মহ, ডাহ আৰু জোকেই একো-একোটা বীৰবাহু, ইন্দ্ৰজিৎ

আৰু ধূম্রলোচনৰ নিচিনা বীৰ হজুৰ। মহ, ডাহ, জোকে হুপি তেজ খায়েই আমাৰ চিপাহীক কুঁহিয়াৰৰ ডাবৰি যেন কৰিলে হজুৰ, আৰু আমাৰ চিপাহীয়ে যুজিব কি ?

পট পৰিবৰ্ত্তন।

———



## নবম দৰ্শন।

স্থান—গুৱাহাটী।

কাল—পুৱা।

বৰফুকন। বোপা প্ৰিয়ৰাম, সৰ্গদেৱলৈ চিঠিখন লেখা হল নে ?

( প্ৰিয়ৰামে চিঠি পঢ়ে )—

"শ্ৰীশ্ৰীহৰি।

গুৱাহাটী। ১২ কাতি

শক ১৮৯০।

"প্ৰবলপ্ৰতাপান্বিতযশোগৰিষ্ঠগুণৈকসিন্ধু মহাৰাজ শ্ৰীশ্ৰীশ্ৰীশ্ৰী-শ্ৰীশ্ৰীযুক্ত চক্রধ্বজসিংহ সৰ্গদেৱৰ শ্ৰীশ্ৰীচৰণকমলেষু,

সৰ্গদেও,

বন্দীয়ে মছলমানক খেদি নি মানাহৰ সিপাৰ কৰি থৈ, সৰ্গদেৱৰ ৰাজ্যৰ সীমা মানাহাৰ মুখলৈকে বহলাই তাত চকি আৰু ঘাট পাতি বহুত সেনা ৰাখি, সকলো বন্দৱস্ত কৰি গুৱাহাটীলৈ উভতি আহিছোঁ। ঈশ্বৰৰ অনুগ্ৰহতে সৰ্গদেৱৰ যশস্যাৰ উজ্জ্বল কিৰণ চাৰিওফালে বিকীৰ্ণ হৈছে। সকলো বৃত্তান্ত বন্দীয়ে সোণ-

কালে গৈ নিজমুখে সৰ্গদেৱক জনাম বুলি সংক্ষেপকৈ এই চিঠি লেখিলোঁ। ইতি—

সৰ্গদেৱৰ ভৃত্য
শ্ৰীলাচিত বৰফুকন ,”

বৰফুকন। বেছ হৈছে। পঠিয়াই দে—অ, ৰবি, আৰু এষাৰ কথা সৰ্গদেৱলৈ লেখিবলৈ আছে। মই কৈ থাকোঁ, তই লেখ। (প্ৰিয়ৰামে লেখে)—“পুঃ ;—গৰ বন্ধা শেষ নোহোৱা ৰাবে সেইদিনা মোৰ মোমাইক কটাৰ বিষয়ে যে সৰ্গদেৱে শুধিছিল, তাৰ বিষয়ে কওঁ—যদি সেইদিনা সেই কাৰ্য্যত মোৰ বোপাই বা পো থাকিলেহেঁতেন, তেওঁকো মই সেইবাবে তেনেকৈ কাটিলোঁ হেঁতেন। সৰ্গদেৱে জানিব, সৰ্গদেৱৰ ৰাজ্য ৰক্ষা কৰিবৰ নিমিত্তে মোৰ মোমাইক বলি দিবৰ আৱশ্যক হৈছিল। নতুবা সেই গৰ আৰু খাৱৈ ৰাতিৰ ভিতৰতে কেতিয়াও নহলহেঁতেন ; আৰু পিছদিনা পুৱাই মছলমানে সেইফালেদিয়েই আহি মোমাই আমাক নিপাত কৰি আমাৰ দেশ ললেহেঁতেন নিশ্চয়।”

( গজপুৰীয়াৰ প্ৰবেশ )

বৰফুকন। এইটো কোন ? গজপুৰীয়া ? কি হল ? তোৰ যুঁজ এতিয়াও শেষ হোৱা নাইনে ?

গজপুৰীয়া। ( পচিমীয়া হাৱলদাৰৰ দৰে হাতৰ তলুৱা লুটিয়াই দীঘলকৈ চেলাম দি ) মছলমানেৰে সৈতে লগাখনৰ ওৰ পৰিল দেউতা। কিন্তু মোৰ ঘৰত লগাখন ওৰা ধৰি উঠি তুমুলকৈ লাগিছে হে।



বৰফুকন। ঘৰত কাৰে সৈতে এইখন তোৰ যুঁজ লাগিল অ ?

গজপুৰীয়া। ডাঙৰীয়া দেউতাৰ বেটী, এই বুঢ়া গজপুৰীয়া হাজৰিকাৰ ঘৈণী, মহাৰথিনী হাজৰিকানী গজপুৰীয়ানীৰে সৈতে গজপুৰীয়াৰ, দেউতা ঈশ্বৰ।

বৰফুকন। কিয় ?

গজপুৰীয়া। তাই মোৰে সৈতে তয়ামন্না দন্দ পাতি কৈছে যে “তুমি মছলমানেৰে যুঁজ জিকিলা, এতিয়া তুমি আমাৰ মালিক বৰফুকন দেউতাক কৈ, কেৰু মণি অলঙ্কাৰ-পাতি আনি মোৰ গা ভৰাই দিয়া, নহলে ভাত নিদিওঁ !”

বৰফুকন। (হাঁহি) তোক তাই ভাত খাবলৈ নিদিয়ে নিদিয়ক, লাওপানী খাবলৈ দিব তো ? নাই, লাওপানীও নিদিওঁ বুলিছে ?

গজপুৰীয়া। দেউতা ঈশ্বৰ, বন্দাৰ বেজাইৰো গুৰি সেই ফেৰাইহে। তাই বন্দীৰ মুখত পানী নিদি বন্দীক শুকাই মৰিবলৈ গৈছে দেউতা !

প্ৰিয়ৰাম। তই অলপ শুকালেহে ভাল। যেনেকৈ উখহিছ, সৌ নৰকাসুৰৰ পৰ্ব্বতটোৰ শাৰীতহে শেহত তোলৈ ঠাই হব গৈ।

গজপুৰীয়া। ডাঙৰীয়া দেউতা, মানুহে মোৰ ওপৰত যেনেকৈ “নজৰ দিছে” মই শুকাই খেৰ-সনিডাল যেন হবলৈ আৰু সৰহ

পলম নাই ;—হৈ আহিছোঁৱেই !! দেউতা ঈশ্বৰ, সেই ফিৰুজখাঁৱে সৈতে লগা এফেদিনৰ যুজখনতে বন্দীৰ গাৰপৰা তিনি বলহমান ঘাম ওলাই গল। তেতিয়াৰেপৰা মই গাকে কৰিব পৰা নাই দেউতা ঈশ্বৰ। বৰ পিয়াহত অন্তেকণ্ঠে শুকাই থাকে।

বৰফুকন। ( হাঁহি ) যিমানখিনি ঘাম ওলাই গল, সিমানখিনি লাওপানী আজিলৈকে তোৰ গাত সোমোৱা নাই নে ?

গজপুৰীয়া ( হাত জোৰকৈ ) দেউতা ঈশ্বৰ, কত সোমাবলৈ পাব, দুখীয়া মানুহ, দেউতা ঈশ্বৰ !

বৰফুকন। ( হাঁহি ) বাৰু যা, তোৰ হাজৰিকানীক ক গৈ যে তাই গা ভৰাই অলঙ্কাৰ পাব,—আজিকালিৰ ভিতৰতে আমাৰ সকলো বণুৱাক ৰূপ-বান টকা-কড়ি বঁটা দিবৰ মই দিহা কৰিব লাগিছোঁ, তয়ো পাবি।

গজপুৰীয়া। বন্দীক ভালকৈ বঁটা দিব লাগিব দেউতা ঈশ্বৰ। আগৰ বেলি ৫০০ মছলমানক, আৰু এইবেলি ৯৯৯ টা মছলমানক মই বন্দীয়ে এই গেঙ্কেলা হাতেৰে তৰোৱাল ধৰিয়েই অকলৈ কচু-কটা দিলোঁ দেউতা ঈশ্বৰ! আনে নেদেখিলেও ডেকাফুকন দেউতাই মোৰ সেই কেৰামতালি দেখিছে, দেউতা ঈশ্বৰ!

প্ৰিয়ৰাম। মই কেতিয়া তোৰ কেৰামতালি দেখিলোঁ অ ?

গজপুৰীয়া। বোপাদেউতা আপুনি মোক এইদৰে দোচোৰালিত পেলাই মিছলীয়া পাতি ৰং কৰিলে, মই নো আৰু কাৰ চৰণৰ ধূলিত পৰি মুখ জুৰাম ? মোৰ কোন আছে, কেনে মোৰ



গুণৰ মোল বুজিব ? বোপাদেউতাই ৰং কৰি কথা উৰাই ধেমালি কৰে, কিন্তু আনে তো আৰু সেইটো নুবুজে, আনে তাকে সঁচা বুলি ভাবে।

বৰফুকন। (হাঁহি) হেৰ হাজৰিকা, তই যে ৯৯৯ টা মছলমান কাটিলি বুলি কলি, আৰু এটা কাটি নো এহেজাৰ পূৰাকৈ নথলি কিয় ?

গজপুৰীয়া। দেউতাঈশ্বৰ, বন্দীয়ে এটাৰ নিমিত্তে মিছা কথা-যাৰ কেনেকৈ নো কওঁ ? বন্দী মিছা কথাৰ মানুহ নহওঁ দেউতা-ঈশ্বৰ ?

বৰফুকন। (মিচিকীয়াই হাঁহি) বেছ বেছ, সত্যবাদী গজপুৰীয়া যুধিষ্টিৰ, বেছ !—তোৰ লগৰীয়া কেইটা কলৈ গল ?

গজপুৰীয়া। টকো টোকোৰোকে আদি কৰি সেইকেইটা কৰবাত আছে দেউতা! জপৰা বোলা থোৰা এটাহে যুজত পৰিল, এইকেটাই মৰিব নাজানিলে! আজিকালি সিহঁতে দেউতাৰ বন্দী গজপুৰীয়া হাজৰীকাৰে সৈতে কথা পাতিবলৈকে সাহ নকৰে নহয় দেউতা ঈশ্বৰ। সেইবোৰ কুকুৰ-ধূলি জাৰ দেউতা। এই যুজত সিহঁতে মোৰ বিক্ৰম দেখি বুজিছে, যে মোক দেউতাঈশ্বৰে শীঘ্ৰে সেনাপতি খিতাপ দিব। সেইদেখি সিহঁতে আৰু বন্দীৰ ওচৰ-চাপি আহিবলৈ সাহ নকৰে! বন্দীয়েও সিহঁতৰ মুখলৈ চাই আগৰ দৰে আৰু কথা নবাও দেউতা,— সাহ পায় বুলি। কালি হেনো মোৰ ঘৰলৈ এটা গৈছিল—মই ঘৰত নাছিলো—গৈ সি হাজৰী-

কানীক আগৰ দৰে সম্বোধন কৰি মাতিছিল। তাই তাৰ আগেয়েই বন্দীৰ সৈতে দন্দ কাৰ চোকা হৈ আছিল দেউতা ঈশ্বৰ,—তাক দেখিয়েই "ইমান সাহ পালিহি নে ?" বুলি হাতত সোতা লৈ এনেকৈ যি খেদা দিলে, সি পলাবলৈ তৎ নেপালে দেউতাঈশ্বৰ !

বৰফুকন ! (হাঁহি) বাক হল যা এতিয়া। আন এসময়ত আহিবি।

[ গজপুৰীয়াৰ প্ৰস্থান।

বোপা প্ৰিয়ৰাম, তোৰ মাৰলৈকো এখন চিঠি লেখ। তাত আমাৰ সকলোৰে কুশল মঙ্গল লেখিবি। আমি দুই-চাৰি দিনতে ঘৰৰ ফালে যাত্ৰা কৰিম বুলি লেখিবি। আৰু এটা কথা লিখিবি,— শদিয়াখোৱা গোহাঁই বোপাও আমাৰ লগতে যাব। এই যুদ্ধত তেওঁৰ কাৰ্য্য-কুশলতা দেখি মই বৰ সন্তোষ পাইছোঁ। ঘৰ পায়েই সোনকালে তেওঁৰে সৈতে চেনেহী আইদেওৰ বিয়াখন পতা হব।

আঁৰ-কাপোৰ।



অন্ত